# আসাম-ভূগোল।

পঢ়াশালিবিলাকৰ ব্যৱহাৰৰ নিমিত্তে।





শ্ৰী ...ৰনাথ ভট্টাচাৰ্য্য দ্বাৰা

সংগৃহিত ও প্ৰকাশিত।

ডিব্ৰুগড়।



উনবিংশ তাঙ্গৰণ।



কলিকাতা,

... নং জগন্নাথ দত্তৰ লেন, লক্ষ্মীবিলাস প্ৰেছত
শ্ৰীবিজয়কৃষ্ণ দাস দ্বাৰা ছপা হ'ল।

১৯২৬।

মূল্য চাৰি অনা মাথোন।

পঢ়াশলীয়া ল'ৰাৰ

# আসাম-ভূগোল।



যি পুথি পঢ়িলে পৃথিবীৰ নাইবা তাৰ কোনো ক অংশৰ বিবৰণ জানিব পাৰি, তাক 'ভূগোল' বোলে।

যি পুথি পঢ়িলে আসাম দেশৰ বিবৰণ জানিব পাৰি, তাক 'আসাম ভূগোল' বোলে।

'ভূ' মানে পৃথিবী, 'গোল' মানে ঘূৰণীয়া, পৃথিবীৰ আকৃতি ঘূৰণীয়া, সেই দেখি পৃথিবীক ভূগোল বোলে।

পৃথিবীৰ আকৃতি ঘূৰণীয়া, ৰেবাৰ টেঙ্গাটো যেনে দুয়ো মূৰ অলপ ছাপ খোৱা, পৃথিবীৰ আকৃতিও ঠিক তেনেকুৱা।

পৃথিবীৰ আকৃতি যে ঘূৰণীয়া তাৰ গোটাচাৰেক প্ৰমাণ এই :—

প্ৰথম প্ৰমাণ ঃ—যেতিয়া কোনো জাহাজ দূৰৰ পৰা পাৰলৈ আহি থকা দেখা যায়, তেতিয়া পাৰত থকা মানুহে আগেয়ে সেই জাহাজৰ কেৱল মাস্তুল টোহে দেখিবলৈ পায়। পাচে জাহাজখন যিমান ওচৰ চাপি আহে, ক্ৰমে তাৰ সকলো অংশ দেখিবলৈ পায়। পৃথিবী ঘূৰণীয়া নহৈ চাৰি চুকীয়া বা চেপেটা হোৱা হলে গোটেইখন জাহাজ একেবাৰেই দেখা পালেহেঁতেন। এই দৰেই কোনো জাহাজ পাৰৰ পৰা গলে, পাৰত থকা মানুহে তেতিয়া প্ৰথমে জাহাজৰ তলি, তাৰ পাচত মাজ, তাৰ পাচত মাস্তুলটীও দেখা নেপায়।



দ্বিতীয় প্ৰমাণ ঃ—প্ৰথমে মাগেলীনে, তাৰ পাচ ড্ৰেক, কুক্ আদি নাৱৰীয়া পণ্ডিত সকলে জাহাজ উঠি, প্ৰথমে যি ঠাইৰ পৰা গৈছিল কোনো ফা জাহাজৰ মুখ নুঘূৰোৱাকৈ কিছুমান দিনৰ পাচ

গোটেইখন পৃথিবী ঘূৰি আহি আকৌ আগৰ ঠাইতে ওলাইছিলহি। পৃথিবী ঘূৰণীয়া নহৈ আন প্ৰকাৰৰ হোৱা হলে তেওঁবিলাকে কেতিয়াও সেই দৰে যোৱা ঠাইত আকৌ ওলাব নোৱাৰিলেহেঁতেন।

তৃতীয় প্ৰমাণ ঃ—যেতিয়া চন্দ্ৰগ্ৰহণ হয়, তেতিয়া পৃথিবীৰ ছাঁ চন্দ্ৰৰ ওপৰত পৰে, সেই ছাঁ ঘূৰণীয়া দেখা যায়। যি বস্তু যেনে তাৰ ছাঁটোও তেনে। পৃথিবী ঘূৰণীয়া নোহোৱা হলে, তাৰ ছাঁটো কেতিয়াও ঘূৰণীয়া নহলহেঁতেন।

চতুৰ্থ প্ৰমাণ ঃ—একে সময়তে গোটেইখন পৃথিবী পোহৰ নহয়। পৃথিবী ঘূৰণীয়া নহৈ চৌতাল খনৰ নিচিনা সমান হোৱা হলে, গোটেইখন পৃথিবী একে সময়তে পোহৰ হ'লহেঁতেন।

---

## পৃথিবীৰ গতি।

প্ৰথমে দেখোঁতে এনে অনুমান হয় যে, পৃথিবী খন একে ঠাইতে থিৰ হৈ আছে, কিন্তু স্বৰূপাৰ্থত সি নহয়।

পৃথিবী একে ঠাইতে থিৰ হৈ থকা নাই। সি আলাসত থাকি, এটা নিৰূপিত হাঁহ কৰিব নিচিনা ঘূৰণীয়া বাটত সদাই পশ্চিমৰ পৰা পূব মুখে ঘূৰিব লাগিছে। এই প্ৰকাৰে ঘূৰি ঘূৰি সূৰ্য্যক প্ৰদক্ষিণ কৰিছে। পৃথিবীয়ে যি বাটেদি সূৰ্য্যক প্ৰদক্ষিণ কৰিছে, তাক কক্ষ ৰেখা বোলে।

পৃথিবী যে ঘূৰিছে তাৰ প্ৰমাণ এই ঃ—

১ম প্ৰমাণ—ৰেলত নাইবা জাহাজত উঠি যাওঁতে বোধ হয় যেন দুয়ো ফালৰ গছগছনিবিলাক পিছ ফালে বেগেৰে লৰি গৈছে। কিন্তু আমি যে গৈছোঁ তেনে বোধ নহয়, সেই দৰে এই পৃথিবীত থাকিও আমি সূৰ্য্যক হে ঘোৰা দেখোঁ; আমি যে গৈছোঁ তাক বুজিব নোৱাৰোঁ।

২য় প্ৰমাণ—এটা ৰেবাব টেঙ্গাৰ ওপৰত এটা পকৰা তুলি সেই টেঙ্গাৰ মাজেদি এডাল শলা সুমুৰাই সেই শলাডাল দুয়ো মূৰে ধৰি ঘূৰালে যেনেকৈ টেঙ্গাৰ পিঠিত থকা পকৰাই ঘূৰা নুবুৰা একো গম নেপাই তাত নির্ভয় মনেৰে ভ্ৰমণ কৰে; সেই দৰে আমিও এই ডাঙ্গৰ পৃথিবীত থাকি ইফাল সিফাল

কৰি ফুৰিছোঁ, পৃথিবী যে ঘুৰিছে তাৰ একো গম নেপাওঁ।

৩য় প্ৰমাণ—পৃথিবীৰ মাধ্যাকৰ্ষণ নামেৰে এটা শক্তি আছে। এই শক্তিয়ে পৃথিবীতে থকা সকলো বস্তুকে কামোৰ মাৰি ধৰি ৰাখিছে, সেই বাবে পৃথিবী ঘূৰাতো পৃথিবীত থকা বস্তুবিলাক খহি নপৰে।

পৃথিবীৰ গতি দুবিধ আহ্নিক আৰু বাৰ্ষিক। চৌবিশ ঘণ্টাত পৃথিবীয়ে আপোন কক্ষেদি পশ্চিমৰ পৰা পূব মুখে ঘূৰে, তাক আহ্নিক বা দিনীয়া গতি বোলে। এই গতি দ্বাৰা দিন আৰু ৰাতি হয়। ঘূৰি থাকোঁতে পৃথিবীৰ যি অংশ যেতিয়া সূৰ্য্যৰ ফাললৈ পৰে, তেতিয়া সেই ফালে দিন আৰু আন ফালে ৰাতি হয়।

৩৬৫ দিন ৬ ঘণ্টাত পৃথিবীয়ে সূৰ্য্যৰ চাৰিও পিনে এবাৰহে ঘূৰে; ইয়াকে পৃথিবীৰ বাৰ্ষিক বা বছেৰেকীয়া গতি বোলে। এই গতিৰ দ্বাৰা গ্ৰীষ্ম, বৰ্ষা প্ৰভৃতি ঋতুবোৰৰ পৰিবৰ্ত্তন হয়।

## পৃথিবীৰ কাল্পনিক বিভাগ।

পণ্ডিত সকলে পৃথিবীৰ ওপৰত কেইটামান

ৰেখা কল্পনা কৰিছে আৰু তাৰ পৰিধিক ( ঘূৰণীয়া জোখটোক ) ৩৬০ ভাগে ভাগ কৰিছে।

সুমেৰু




কুমেৰু

মেৰুদণ্ড ঃ—পৃথিবীৰ ঠিক সোঁমাজেদি যদি উত্তৰ মেৰুৰ পৰা দক্ষিণ মেৰুলৈ এডালি শলা কৰা যায়, তেনেহলে সেই শলা ডালিকে মেৰুদণ্ড বোলে।

বিষুব ৰেখা ঃ—উত্তৰ আৰু দক্ষিণ মেৰুৰ পৰা সমদূৰত্ব অৰ্থাৎ গোলকৰ ঠিক সোঁমাজত "যি ঘূৰণীয়া আঁকে পূবা-পশ্চিমাকৈ পৃথিবীক বেঢ়ি আছে, তাৰ নাম বিষুব ৰেখা বা নিৰক্ষ ৰেখা।" এই ৰেখাই পৃথিবীক উত্তৰা দক্ষিণাকৈ সমানে দুভাগ কৰিছে।

অক্ষৰেখা ঃ—বিষুব ৰেখাৰ উত্তৰে আৰু দক্ষিণে

দুয়োফালে যিবিলাক ঘূৰণীয়া আঁকে পূবা-পশ্চিমাকৈ পৃথিবীক ব্যাপি আছে, সেই বিলাকক অক্ষৰেখা বোলে।

দ্ৰাঘিমা ঃ—যিবিলাক ঘূৰণীয়া আঁকে উত্তৰা-দক্ষিণাকৈ থাকি বিষুব ৰেখাৰ ওপৰেদি গৈ দুয়ো মেৰুক স্পৰ্শ কৰিছে, সেই ৰেখাবিলাকক দ্ৰাঘিমা বোলে।

মেপ ঃ—কাগজত গোটেইখন পৃথিবীৰ বা তাৰ কোনো এক অংশৰ যি নক্সা আঁকা যায়, তাক ভূচিত্ৰ বা মেপ বোলে। মেপৰ ওপৰ ফালক উত্তৰ, তল ফালক দক্ষিণ, সোঁহাতে পূব আৰু বাওঁ হাতে পশ্চিম বুলি ধৰিব লাগে।

---

## পৃথিবীৰ জল ও স্থলৰ বিবৰণ।

পৃথিবীৰ ওপৰ ভাগত জল আৰু স্থল দুয়োবিধ আছে। স্থলতকৈ জল অনেক বেচি ; অৰ্থাৎ এভাগ স্থল আৰু তিনি ভাগ জল।

| | |
|---|---|
| স্থল | জল |
| জল | জল |

আকৃতি অনুসাৰে জল ভাগৰ বেলেগ বেলেগ নাম

এই ঃ—মহাসাগৰ, সাগৰ, উপসাগৰ, প্ৰণালী, নৈ, উপনৈ, শাখানৈ, হ্ৰদ, বিল ইত্যাদি।

মহাসাগৰ—যি লুণীয়া জলভাগে গোটেইখন পৃথিবীক বেড়ি আছে, তাক মহাসাগৰ বোলে। যেনে—প্ৰশান্ত মহাসাগৰ, আট্‌লান্টিক মহাসাগৰ ইত্যাদি।

সাগৰ—মহাসাগৰতকৈ সৰু লুণীয়া পানী ভাগক সাগৰ বোলে। যেনে—আৰব সাগৰ, চীন সাগৰ ইত্যাদি।

দ্বৈপ সাগৰ—যি সাগৰত অনেক দ্বীপ থাকে, তাক দ্বৈপসাগৰ বোলে। যেনে —ভাৰত দ্বৈপসাগৰ।

উপসাগৰ—যি পানী ভাগৰ প্ৰায় চাৰিও পিনে মাটি আছে, তাক উপসাগৰ বোলে। যেনে—ওৰি উপসাগৰ, পাৰস্য উপসাগৰ।

প্ৰণালী—যি ঠেক পানীয়ে দুফালে দুডোখৰ বহল পানীক লগ লগায়, তাক প্ৰণালী বোলে। যেনে—পক্ প্ৰণালী, অস্মজ্, বেৰিং প্ৰণালী ইত্যাদি।

হ্ৰদ—চাৰিও ফালে থলেৰে বেড়া স্বভাৱৰ পৰা

হোৰা পানী ভাগক হ্ৰদ বা বিল বোলে। যেনে—আৱল হ্ৰদ, ভীম পৰা বিল ইত্যাদি।

নদী—যিবিলাক পানী পৰ্ব্বত, হ্ৰদ, নিজৰা আদিৰ পৰা ওলাই শোঁত বলি গৈ অনেক দেশ নগৰ ইত্যাদিৰ মাজেদি বৈ গৈ সাগৰত বা হ্ৰদত পৰিছে, তাক নদী বা নৈ বোলে। যেনে—ব্ৰহ্মপুত্ৰ, গঙ্গা, সিন্ধু ইত্যাদি।

উপনৈ—যি নৈ পৰ্ব্বত আদিৰ পৰা ওলাই কোনো নদীত পৰে, তাক সেই নৈৰ উপনৈ বোলে। যেনে—ধনশিৰী, মানাহা, সোৱণশিৰী ইত্যাদি।

শাখা নৈ—যি নৈ আন কোনো নৈৰ পৰা ফাটি আহি সাগৰত বা আকৌ নৈতে পৰিছে, তাক শাখা নৈ বা সুঁতী বোলে। যেনে—খেৰকটীয়াসুঁতী, ঘুণাসুঁতী ইত্যাদি।

নৈ ওলোৱা ঠাইক 'আগ' আৰু পৰা ঠাইক 'মুখ' বোলে। যেনে—ককিলামুখ, দিখৌমুখ ইত্যাদি।

নৈ পাৰৰ যিবিলাক ঠাইত জাহাজ আদি বন্ধা

হয়, তাক ঘাট বোলে। যেনে—দিচাংঘাট, শিকাৰী-ঘাট ইত্যাদি।

পানীৰ কোনো কোনো ঠাইত জাহাজ বা নাও আদি ৰাখি মানুহ, বস্তু আদি নমায়, তোলে বা পাৰ কৰে, তাকো ঘাট বোলে। যেনে—আমগুৰিঘাট, বলীয়াঘাট ইত্যাদি।

জলপ্ৰপাত—ওখ ঠাইৰ পৰা থিয়ৈ থিয়ৈ পানী পৰিলে তাক জলপ্ৰপাত বোলে। যেনে—নায়েগেৰা, বিডন্‌ফলস্ ইত্যাদি।

---

## পৃথিবীৰ স্থলৰ বিবৰণ।

আকৃতি অনুসৰি স্থলভাগৰ পৃথক্ পৃথক্ নাম এই—যেনে—মহাদেশ, দেশ, প্ৰদেশ, ৰাজধানী, দ্বীপ, উপদ্বীপ, যোজক ইত্যাদি।

মহাদেশ—যি ডাঙ্গৰ স্থলভাগত অনেক দেশ আছে, তাক মহাদেশ বোলে। যেনে—ইউৰোপ, আফ্ৰিকা ইত্যাদি।

দেশ—মহাদেশৰ একোটা অংশক দেশ বোলে। যেনে—ভাৰতবৰ্ষ, চীন, আৰব, পাৰস্য ইত্যাদি।

ৰমতী কুৰঁৰীৰ নামেই জয়সাগৰ পুখুৰী আৰু দলৰ নাম হৈছে।

প্ৰদেশ—দেশৰ এক এক ভাগক প্ৰদেশ বোলে। যেনে—আসাম প্ৰদেশ, বঙ্গ প্ৰদেশ ইত্যাদি।

ৰাজধানী—যি ঠাইত ৰজা নাইবা ৰজাৰ প্ৰতিনিধি বাস কৰে, তাক ৰাজধানী বোলে। যেনে—আসামৰ ৰাজধানী শ্বিলং, ভাৰতবৰ্ষৰ ৰাজধানী দিল্লী, ইংলণ্ডৰ ৰাজধানী লণ্ডন।

জিলা—প্ৰদেশৰ বেলেগ্ বেলেগ্ ভাগবোৰক জিলা বোলে। যেনে—লক্ষীপুৰ, শিৱসাগৰ, দৰং, নগাঁও, কামৰূপ ইত্যাদি।

মহকুমা—জিলাৰ অংশ বিশেষক মহকুমা বা জিলা খণ্ড বোলে। যেনে—উত্তৰ লক্ষীপুৰ, গোলাঘাট ইত্যাদি।

নগৰ—যি ঠাইত অনেক লোক বাস কৰে আৰু য'ত নানা ঠাইৰ বেপাৰীবিলাক আহি বেপাৰ কৰেহি তাক নগৰ বা চহৰ বোলে। যেনে—ডিব্ৰুগড়, তেজপুৰ, যোৰহাট ইত্যাদি।

গাওঁ—তাকৰ মানুহ থকা ঠাইক গাওঁ বোলে। যেনে—গজপুৰীয়া গাওঁ, চেতিয়া গাওঁ ইত্যাদি।

চুবুৰী—ওচাৰওচৰিকৈ থকা কেইবা ঘৰ মা
হৰ ঠাইক চুবুৰী বোলে। যেনে—শয়কীয়া চুবুৰী

দ্বীপ—চাৰিও ফালে পানীৰে বেঢ়া ঠাই
দ্বীপ বা মাজুলী বোলে। যেনে—লঙ্কা, বোড়
ইত্যাদি।

উপদ্বীপ—যি ঠাইৰ প্ৰায় চাৰিও ফালে পা
থাকে, তাক উপদ্বীপ বা উপমাজুলী বোলে
যেনে—পূৰ্ব্ব উপদ্বীপ, কোৰিয়া উপদ্বীপ ইত্যাদি।

যোজক—যি ঠেক স্থলভাগে দুখন ডাঙৰ ঠাই
একেলগ কৰিছে, তাক যোজক বোলে। যেনে-
ক্রা, পানামা ইত্যাদি।

অন্তৰীপ—যি ঠাই ক্রমশঃ সৰু হৈ সাগৰ
মাজলৈ বাঢ়ি যায়, তাৰ আগ ডোখৰক অন্তৰীপ
টেক্ বোলে। যেনে—কুমাৰিকা অন্তৰীপ, উত্তমা
অন্তৰীপ ইত্যাদি।

পৰ্ব্বত—পৃথিবীৰ ওপৰত থকা অতি
শিলাময় ঠাইক পৰ্ব্বত বোলে। যেনে—হিমাল
বিন্ধ্য, কৈলাস ইত্যাদি।

ধাপলিকা পৰ্ব্বত—পৰ্ব্বতৰ অলপ ওখ ঠেঙু

একোটাক ধাপলিকা পৰ্ব্বত বোলে। যেনে—গাভৰু পৰ্ব্বত।

পৰ্ব্বতৰ আগ ডোখৰক টিং বা শিখৰ বোলে। পৰ্ব্বত সৰু হলে তাক পাহাৰ বোলে। যেনে—নগা-পাহাৰ, উত্তৰ লুচাই পাহাৰ, গাৰো পাহাৰ ইত্যাদি।

গিৰিসঙ্কট—পৰ্ব্বতৰ যি ছাপৰ বাটেদি মানুহ অহা-যোৱা কৰে, তাক গিৰিসঙ্কট বা পৰ্ব্বতীয়া বাট বোলে। যেনে—বোলান পাচ, খাইবাৰ পাচ ইত্যাদি।

আগ্নেয় পৰ্ব্বত—যি পৰ্ব্বতৰ পৰা ধোঁৱা, জুই, দ্ৰৱধাতু, ছাই আদি বস্তুবোৰ ওলায়, তাক জ্বালামুখ বা আগ্নেয় পৰ্ব্বত বোলে। যেনে—এটনা, বিচুবিয়চ্ ইত্যাদি।

উপত্যকা—দুশাৰী পৰ্ব্বতৰ মাজত থকা সমান ঠাইক উপত্যকা ভূমি বা ভৈয়াম বোলে। যেনে—আসাম বা ব্ৰহ্মপুত্ৰ উপত্যকা, সুৰমা উপত্যকা ইত্যাদি।

অধিত্যকা—পৰ্ব্বতবিলাকৰ ওপৰত থকা সমান ঠাইক অধিত্যকা বোলে।

শিৱসাগৰৰ 'শিৱদ'ল, ১৭২০ চনত কৰাইছিল।

উপকূল—সাগৰৰ পাৰত থকা ঠাইক উপকূল বোলে। যেনে—কোৰমণ্ডল উপকূল।

সমভূমি—যিথন ঠাই সমান আৰু য'ত পৰ্ব্বত আদি নাই, তাক সমভূমি বা সমথল বোলে।

মালভূমি—সমভূমি বৰ বহল আৰু অতি ওখ হলে, তাক মালভূমি বোলে। যেনে—এচিয়া, ডেকান ইত্যাদি।

মৰুভূমি—যিথন ঠাই বালি আৰু শিলেৰে ভৰা আৰু যি ঠাইত গছগছনি একো নাই, তাক মৰুভূমি বোলে। যেনে—ছাহাৰা, গোবী ইত্যাদি।

ওৱেচিচ্—মৰুভূমিৰ মাজত থকা সাৰুৱা ঠাইক ওৱেচিচ্ বোলে। যেনে—কেজান,তাবাত্ ইত্যাদি।

যি ঠাইত ৰেলৰ পৰা মানুহ, মাল আদি নমায়, তোলে তাক ৰেল ষ্টেচন বোলে। যেনে—ডিমাপুৰ, নাজিৰা, মৰিয়নী, তিতাবৰ ষ্টেচন।

যি ঠাইত দুই ফালৰ পৰা দুথন ৰেল আহি যোগ হয়হি, তাক ৰেলৰ জংচন বোলে। যেনে—মাকুম জংচন, তিতাবৰ জংচন আৰু মৰিয়নী জংচন ইত্যাদি।

পানী, বোকা বা হাবীৰ কাৰণে অথবা পোনাই যাবৰ কাৰণে সুবিধা কৰিবৰ নিমিত্তে যি পথ বৃহৎকৈ তৈয়াৰ কৰে, তাক আলিবাট বা ৰোড বোলে। যেনে—চেউনী আলি, ধোদৰ আলি, উত্তৰ ট্ৰাঙ্ক ৰোড ইত্যাদি।

## আসামৰ স্বাভাবিক অৱস্থা।

আসাম এখনি অতি সুন্দৰ দেশ। ইয়াৰ মাজেদি ব্ৰহ্মপুত্ৰ নদী বৈ গৈ দেশখন অতি বিতোপন কৰি তুলিছে। ওখ চাপৰ নানা ৰকম পৰ্ব্বতে গোটাইখন দেশ বেড়ি আছে। ইয়াৰ মাটিও বৰ সাৰুৱা, সময়মতে খেতি কৰিব পাৰিলে ইয়াত সকলো শস্যই উৎপন্ন হয়। ইয়াত জাৰ ঘাম দুয়োটা ঋতুয়েই প্ৰায় সমান। হাবিবিলাকত শাল, শিঙ্গৰী, পমা, এজাৰ, নাহৰ আদি নানা ৰকমৰ বহুমূলীয়া কাঠ পোৱা যায়।

আগৰ ৰজাৰ দিনত ইয়াৰ নৈবিলাকৰপৰা সোণ কমাইছিল, এতিয়াও ইয়াত ঠায়ে ঠায়ে কয়লা, চুণ, নাগমাটি, লো, কেৰাচিন তেল আদিৰ খনি আছে।

এই দেশৰ উজনী খণ্ডত চাহৰ খেতিৰ বৰ উন্নতি হৈছে। লা, বৰৰ আঠা, মজাঠী, এড়িসূতা, হাতী-দাঁত, কস্তুৰী, পহুশিং, গঁড়খড়্গ, বেত আদি নানা তৰহৰ বস্তু আসাম দেশত উৎপন্ন হয়।

## আসামৰ সীমা।

আসামৰ উত্তৰ সীমা—ভোট অঁকা, ডফলা, মিৰি আৰু আবৰ আদি অসভ্য জাতি থকা পৰ্ব্বত শ্রেণী; দক্ষিণ সীমা—মৈমনসিংহ জিলা, ত্রিপুৰা আৰু লুচাই পৰ্ব্বত; পূব সীমা—মণিপুৰ আৰু মান দেশ; পশ্চিম সীমা—জলপাইগুড়ি জিলা, কোঁচ-বেহাৰ আৰু ভাটীৰ ৰংপুৰ জিলা। ই বিলাতত-কৈয়ো ডাঙ্গৰ আৰু বাঙ্গালা দেশৰ প্রায় আধা মান হব।

পৰিমাণ ফল আৰু লোক সংখ্যা—ইয়াত ৪৬,৩৪১ বৰ্গ মাইল মাটি আছে আৰু লোক সংখ্যা ৬১,২২,২৬৫ জন। ইয়াত মাটিৰ খাজানা প্রায় ৪০,০০,০০০ টকা উঠে।

## শাসন বিভাগ।

আসামত তেৰখন জিলা আছে আৰু তাক তিনি ভাগে ভাগ কৰা হৈছে। যেনে—

প্ৰথম—আসাম বা ব্ৰহ্মপুত্ৰ উপত্যকা, দ্বিতীয় চুৰমা উপত্যকা, তৃতীয় পৰ্ব্বতীয়া বিভাগ।

উত্তৰ-পূৰ্ব্ব সীমান্ত জিলা, লক্ষীপুৰ, শিৱসাগৰ, নগাওঁ, দৰঙ্গ, কামৰূপ আৰু গোৱালপাড়া এই ৭ খন জিলা ব্ৰহ্মপুত্ৰ উপত্যকাত। কাছাৰ আৰু ছিলট এই দুখন জিলা সুৰমা উপত্যকাত। নগা-পাহাৰ, খাচিয়া আৰু জয়ন্তিয়া পাহাৰ, গাৰো পাহাৰ, উত্তৰ লুচাই পাহাৰ এই চাৰিখন জিলা পৰ্ব্বতীয়া বিভাগত পৰিছে।

আসাম উপত্যকাই আকৌ তিনি ভাগত বিভক্ত হৈছে। ওপৰ আসাম, মধ্য আসাম আৰু নিম্ন আসাম।

লক্ষীপুৰ আৰু শিৱসাগৰ ওপৰ আসাম। দৰং আৰু নগাওঁ জিলা মধ্য আসাম। কামৰূপ আৰু গোৱালপাড়া জিলা নিম্ন আসামত পৰিছে।

আসাম উপত্যকা আৰু সুৰমা উপত্যকাৰ

আপীল বিচাৰৰ নিমিত্তে দুজন জজ সাহাব আছে। এজনা গুৱাহাটিত আৰু এজনা ছিলট জিলাত থাকে।

আসামত কমিশ্যনৰী বিভাগ দুটা—(১) আসাম বা ব্ৰহ্মপুত্ৰ উপত্যকা, (২) পৰ্ব্বতীয়া আৰু সুৰমা উপত্যকা। ব্ৰহ্মপুত্ৰ উপত্যকাৰ কমিশ্যনাৰৰ অধীনত ৮ খন আৰু পৰ্ব্বতীয়া ও সুৰমা উপত্যকাৰ কমিশ্যনাৰৰ অধীনত ৫ খন জিলা।

যেনে—(১) উত্তৰ-পূৰ্ব্ব সীমান্ত জিলা, লক্ষ্মীপুৰ, শিৱসাগৰ, দৰঙ্গ, নগাওঁ, কামৰূপ, গোৱালপাড়া, গাৰোপাহাৰ। এই ৮ খন জিলা এজনৰ অধীনত। (২) খাসিয়া, জয়ন্তিয়া, নগাপাহাৰ, লুচাই, ছিলঠ ও কাছাৰ। এই ৫ খন আন জনৰ অধীনত।

শাসন বিভাগৰ ওপৰতো দুজনা কমিশ্যনাৰ থাকে, এজনা আসাম উপত্যকাৰ নিমিত্তে আৰু এজনা সুৰমা উপত্যকা আৰু পৰ্ব্বতীয়া জিলাবিলাকৰ নিমিত্তে, এওঁবিলাক মহামান্য গবৰ্ণৰ সাহাব বাহাদুৰৰ তলতে প্ৰধান বিষয়া। মহামান্য

গভৰ্ণৰ সাহাব বাহাদুৰ দেশৰ সৰ্ব্বময় কৰ্ত্তা। তেখেত শ্বিলঙ্গত থাকে, অতএব এই শ্বিলঙ্গেই আসাম দেশৰ ৰাজধানী, দুই বিভাগৰ ঘাই বিষয়া যেনে দুজন কমিশ্যনাৰ, সেই দৰে শিক্ষা-বিভাগৰ স্কুলবোৰৰ পৰিদৰ্শক ইনিস্পেক্টৰ দুজনা, এজনা শ্ৰীহট্টত থাকে এজনা গোৱহাটিত থাকে।

তেওঁবিলাকৰ ওপৰতে মহামান্য ডাইৰেক্টৰ সাহাব বাহাদুৰে শিক্ষা-বিভাগৰ ঘাই গৰাকী হৈ কাম চলায়, তেওঁ শ্বিলঙ্গত থাকে। কমিশ্যনাৰ সকলৰ তলতে জিলায় জিলায় ডেপুটী কমিশ্যনাৰ, এচিষ্টেণ্ট্ কমিশ্যনাৰ, ডেপুটী ম্যাজিষ্ট্ৰেট আৰু ডেপুটী কলেক্টৰ (একৃষ্ট্ৰা এচিষ্টেণ্ট্ কমিশ্যনাৰ) আছে।

---

## ৰাজকীয় বিভাগ।

আসাম প্ৰদেশ ১৮২৬ চনত ইংৰাজ গভৰ্ণমেণ্টৰ অধীনলৈ আহে; তেতিয়াৰে পৰা ১৮৭৩ চনলৈকে

জালভাৰাৰ ৩ মাইল অন্তৰত সুপ্ৰসিদ্ধ বাসুদেৰ স্থান আছে ।

---

প্ৰায় ৪৭ বছৰ কাল বাঙ্গালা গৱৰ্ণমেণ্টৰ অধীনত আছিল, পাচত ১৮৭৪ চনৰ ফেব্ৰুৱাৰী মাহত বঙ্গলা কমিশ্যনাৰৰপৰা খাৰিজ কৰি আনি এজনা চীফ্ কমিশ্যনাৰৰ তলত ৰাখে। তেতিয়াৰে পৰা ১৯০৫ চনৰ ১৫ অক্টোবৰ পৰ্য্যন্ত প্ৰায় ৩১ বছৰ চীফ্ কমিশ্যনাৰৰ অধীনতে থাকে। ১৯০৫ চনৰ ১৬ অক্টোবৰৰ পৰা বাঙ্গালা দেশৰ পৰা ১৫ খন জিলা বেলেগাই আনি আসাম দেশৰ লগত জঁাপি দিছিল।

পুনৰায় ১৯১২ চনৰ ১ এপ্ৰেলৰ পৰা চীফ কমিশ্যনাৰৰ অধীনলৈ দিলে আৰু ৰাজধানী পূৰ্ব্বৰ দৰে শ্বিলঙ্গতে ৰাখিলে, ৰাজকাৰ্য্যৰ সহায়ৰ নিমিত্তে এওঁৰ লগত এখন সভা দিছে। এই সভাক লেজিচ্‌লেটিভ্ কাউন্‌চিল বোলে। আসাম দেশৰ নিমিত্তে আইন-কানুন আদি তৈয়াৰ কৰা আৰু ৰাজনৈতিক বিষয়াদিৰ আলোচনা কৰা এই সভাৰ কাৰ্য্য।

আসাম প্ৰদেশৰ জিলা আৰু প্ৰতি জিলাৰ সদৰ ঠাই আৰু মহকুমা ( জিলা খণ্ড ) বিলাকৰ নাম।

নাজিৰা আসাম কোম্পানীৰ ঘাই আড্ডা।

| জিলা | সদৰ ঠাই | মহকুমা |
|---|---|---|
| আসাম | | |
| ১। উত্তৰ পূৰ্ব্ব সীমান্ত | সদীয়া | পাচিঘাট। |
| ২। লক্ষীপুৰ | ডিব্রুগড় | উত্তৰ লক্ষীপুৰ। |
| ৩। শিৱ সাগৰ | যোৰহাট | শিৱসাগৰ, গোলাঘাট। |
| ৪। নগাওঁ | নগাওঁ | মহকুমা নাই। |
| ৫। দৰং | তেজপুৰ | মঙ্গলদৈ। |
| ৬। কামৰূপ | গৌহাটী | বৰপেটা। |
| ৭। গোৱালপাড়া | ধুবড়ী | গোৱালপাড়া। |
| ৮। গাৰো পাহাৰ | টুৰা | মহকুমা নাই। |
| ৯। খাচিয়া ও জয়ন্তিয়া পাহাৰ— | শ্বিলং | জোৱাই। |
| ১০। নগা পাহাৰ | কোহিমা | উখা, মকক্‌চাং। |
| ১১। কাছাৰ | শিলচৰ | হাইলাকান্দি, উত্তৰ কাছাৰ। |
| ১২। ছিলট | | হবিগঞ্জ, সুনামগঞ্জ, কৰিমগঞ্জ, মৌলবীবাজাৰ। |
| ১৩। লুচাই পাহাৰ | ফোৰ্টআইজাল | লুং লেহ। |

# আসামৰ পৰ্ব্বতবিলাক।

লক্ষীপুৰ জিলাত—মিৰি পৰ্ব্বত, আবৰ পৰ্ব্বত, ডফলা পৰ্ব্বত।

শিৱসাগৰ জিলাত—পাট্‌কাই পৰ্ব্বত, চৰাইদেও পৰ্ব্বত, টাৱলুঙ্গ পৰ্ব্বত, লাখুটি পৰ্ব্বত, নামচাঙ্গ পৰ্ব্বত।

দৰং জিলাত—অঁকা পৰ্ব্বত, অগ্নিগড় পৰ্ব্বত, তেজপুৰ পৰ্ব্বত, ভৈৰব পৰ্ব্বত, ধনুখনা পৰ্ব্বত, ৰুদ্ৰপদ আৰু ভোমোৰাগুৰি পৰ্ব্বত।

নগাওঁ জিলাত—মিকিৰ পৰ্ব্বত, কলিয়াবৰ পৰ্ব্বত, হাতীবন্ধা, বসুন্ধৰা, চপানলা পৰ্ব্বত।

কামৰূপ জিলাত—নীলাচল, সন্ধ্যাচল, শৰণীয়া, উমানন্দ, নৰকাসুৰ, বশিষ্ঠ, মিকিৰ, হাজো, ভুবনেশ্বৰী, কেদাৰমাধৱ, হাতীমুৰীয়া, নগৰবেড়া, মণিকৰ্ণেশ্বৰ, নৱগ্ৰহ, অশ্বক্ৰান্ত পৰ্ব্বত।

গোৱালপাড়া জিলাত—পঞ্চৰত্ন গোৱালপাড়া, ৰাঙ্ক-সিনী, টুক্রেশ্বৰী, যোগীঘোপা, পাগলাৰ টেক, ভৈৰবচূড়া, অজগৰ, নন্দেশ্বৰ, হলোকন্দা, ভূমেশ্বৰ, শালমৰা, চক্র-শিলা, মহামায়া আৰু মেছপাড়া প্রভৃতি পৰ্ব্বত।

ছিলেট্ জিলাত ৰঘুনন্দন, প্রতাপগড়, সিদ্ধেশ্বৰ, ভানুগাছা, পাথাৰিয়া, চাউতলী, ৰাজ-কান্দী,ইটাখোলা, প্রভৃতি পৰ্ব্বত।

কাছাৰ জিলাত—সাৰাইল, ৰেঙটীপাহাড়, লুচাই, ভুবন, টিলাইন, জুগাং প্রভৃতি পৰ্ব্বত।

গাৰো পাহাৰ জিলাত—টুৰা পৰ্ব্বতশ্রেণী, আৰবেলা পৰ্ব্বত।

নগা পাহাৰ জিলাত—নগা, ৰেঙ্গমা, বাৰেল পৰ্ব্বত।

খাচিয়া জয়ন্তিয়া পাহাৰ জিলাত—খিলঙ্গ, বাপ্‌লেঙ্গ, কাইলেঙ্গ, ছেপেট্‌বাইলেঙ্গ, লাইট-তেৰা আৰু খাচিয়া পৰ্ব্বত শ্রেণী, চেৰাপুঞ্জী।

অহম্ শব্দৰ পৰা আসামৰো নাম হৈছে।

---

## গোটাদিয়েক ডাঙ্গৰ ডাঙ্গৰ পৰ্ব্বতৰ ওখৰ পৰিমাণ।

১। খ্রিলং পাহাৰ—আসাম দেশৰ সকলো পাহাৰতকৈ ওখ, ইয়াৰ প্ৰধান শৃঙ্গ ৬৪৪৯ ফুট ওখ।

২। কাছাৰ জিলাত—বাৰাইল পৰ্ব্বত ৬০০০ ফুট ওখ।

৩। টুৰা পাহাৰ—৪৫০০ ফুট ওখ।

৪। নগা পৰ্ব্বতৰ—বেঙ্গমা ৩০০০ ফুট ওখ।

৫। কামৰূপৰ—মিকিৰ পৰ্ব্বত ৩২০০ ফুট ওখ।

---

# জিলাবিলাকৰ বিবৰণ।

——::——

## লক্ষীপুৰ জিলা।

### সীমা।

লক্ষীপুৰ জিলাৰ উত্তৰ সীমা আবৰ, মিৰি, ডফলা আৰু মিচিমিবিলাকৰ পৰ্ব্বত দক্ষিণ সীমা—লুইত নদী আৰু পাটকাই পৰ্ব্বত শ্রেণী; পূব সীমা—মিচিমি আৰু চিংফৌ পৰ্ব্বত; পশ্চিম সীমা—শিৱসাগৰ আৰু দৰং জিলা।

### পৰিমাণ ফল আৰু লোক সংখ্যা।

লক্ষীপুৰ জিলাত ৪৫২৯ বৰ্গমাইল মাটি আছে। লোক সংখ্যা ৪,৬৮,৯৮৯ জন মানুহ আছে।

### পৰ্ব্বত।

লক্ষীপুৰ জিলাত মিৰি পৰ্ব্বত, আবৰ পৰ্ব্বত আৰু ডফলা পৰ্ব্বত শ্রেণীয়ে উত্তৰ ফালৰে পৰা পূবলৈকে জুৰি আছে।

পাৰত জয়পুৰ, খোৱাঙ্গ আৰু মাৰ্ঘেৰিটা নগৰ। ইয়াৰ বাহিৰেও বঙ্গালৈ, চাৰিকৰিয়া, সান্দিৰী, ঢলনৈ, খাগৰ আদি নদী উত্তৰ লক্ষীপুৰ মহকুমাত আছে।

ডিব্ৰুগড় অঞ্চলৰ ঘাই নৈ।

কুণ্ডিলপানী, দিবাংনদী, দিহাংনদী, এই কেই-খনি মিচিমি পৰ্ব্বতৰ পৰা ওলাই সদীয়াৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰিছে।

কুণ্ডিলপানী নদীৰ পাৰতে সুপ্ৰসিদ্ধ সদীয়া নগৰ।

ন দিহিং—খামতি পাহাড়ৰ পৰা ওলাই আহি লক্ষীপুৰ জিলাৰ পূৰ্ব্ব সীমায় দি বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছে।

লুইত নদী বা খেৰকটিয়া সূঁতী—এই নদী ব্ৰহ্মপুত্ৰৰে এটা শাখা মাত্ৰ। দিহিঙ্গৰ নামনীত ঘাই নৈৰ পৰা ফাটি আহি আহতগুৰিৰ অলপ ওপৰে আকৌ একেলগ হৈছে।

ডিব্ৰু নদী এই উপনদী মেখেলা হেকুৰা

সূঁতিৰে লগলাগি ডিব্ৰুগড় নগৰৰ ওচৰতে ব্ৰহ্মপুত্ৰত পৰিছে।

লক্ষীপুৰ জিলা ব্ৰহ্মপুত্ৰ নৈৰ দুয়ো পাৰে আছে। ইংৰাজী ১৮৬৮ চনত ইয়াত প্ৰথমে জিলা পাতে।

উত্তৰ পাৰত—উত্তৰ লক্ষীপুৰ, পথালীপাম, ঢকুৱাখনা, জালভাৰী, ঘিলামৰা, বৰদলনী, চিচি, ঢল, ধেমাজী, নাৰায়ণপুৰ, ডিক্ৰং আৰু সদীয়া প্ৰভৃতি স্থান আছে।

উত্তৰ লক্ষীপুৰ মহকুমা, ইয়াত এজনা চৱ-ডিভিচনেল অফিচাৰ বা মহকুমাৰ ভাৰপ্ৰাপ্ত হাকিম বিচাৰক আছে। তেওঁৰেই দেওয়ানী, ফৌজদাৰী আদি সকলো মকৰ্দ্দমাৰ বিচাৰ কৰে। তেওঁৰ তলত অনেক কৰ্ম্মচাৰী আমোলা আছে। উত্তৰ লক্ষীপুৰ অনেক দিনৰ প্ৰাচীন নগৰ, কমলাবাৰী জাহাজঘাটৰ পৰা তালৈ যাবলৈ প্ৰায় ২৭ মাইল দীঘল এটা আলিবাট আছে। কমলাবাৰী ঘাটৰ পৰা গৰমুৰৰ সোৱনশিৰীৰ ঘাটলৈ প্ৰায় ৭ মাইল দূৰ; তাৰ পৰা ২০ মাইলমান গৈ উত্তৰ লক্ষীপুৰ পায়গৈ।

তিতাবৰ এজন মানুহৰ নাম অনুসৰি এই ঠাইৰ নাম তিতাবৰ হৈছে।

ঢকুৱাখনা, উত্তৰ লক্ষ্মীপুৰৰ পৰা এদিনৰ বাট। তাত ডাকঘৰ আৰু থানা আছে। তাত এটি গৱৰ্ণমেণ্টৰ মধ্য ছাত্ৰবৃত্তি স্কুল আছে।

ঢকুৱাখনা, বৰদলনী, পথালীপাম, ডিক্ৰং, লালুক, বিহপুৰীয়া আৰু চিচিত ডাকঘৰ আছে।

সদীয়া এখনি অতি ধুনীয়া নগৰ। পূৰ্ব্বে ছুটীয়া ৰজাৰ অধিকাৰ কালত ৰাজকুমাৰক এই ঠাইতে শ দিছিল অৰ্থাৎ পুতিছিল, সেই বাবে শ-দিয়া বা সদীয়া নাম হোৱাৰ কাৰণ অনেকে অনুমান কৰে।

ইংৰাজি ১৫০০ চনত এই সদীয়া ৰাজ্য আহোম ৰজা সকলৰ হাতলৈ আহে, কিন্তু তেতিয়াও ইয়াত ঠায়ে ঠায়ে মটক ৰজাৰ অধিকাৰ আছিল, শেষত ইং ১৭৯৩ চনত আহোম ৰজাই মটক ৰজা সকলক সম্পূৰ্ণৰূপে যুদ্ধত ঘটুৱাই সদীয়াই সৈতে গোটাইখন লক্ষ্মীপুৰ জিলা নিজৰ তলতীয়া কৰি লয়। ইয়াত এতিয়াও পূৰ্ব্বৰ আহোম ডাঙ্গৰীয়া সকলৰ বংশধৰ অনেক সম্ভ্ৰান্ত মানুহ আছে। ই প্ৰধান বেপাৰৰ

লাহমতী আইদেওৰ নাম অনুসৰি লাদৈগড় বোলে।

ঠাই। ইয়াত পূৰ্ব্বে মহকুমা আছিল, এতিয়াও পলি-টিকেল এজেণ্ট উপাধিৰে এজনা বৰ ডাঙ্গৰ হাকিম ইয়াত আছে। ডাকঘৰ, টেলিগ্ৰাফ আফিচ, থানা আৰু চিপাহিৰ গেৰাজ আছে। নানা স্থানৰ লোক আহি ইয়াত কাৰবাৰ কৰিছেহি। ইয়াত মজাঠী, ৰবৰ আঠা, জীম কাপোৰ আৰু গান্ধ কলাই আদি নানা বস্তু উৎপন্ন হয়। সদীয়লীয়া আলু, কচু, মাহ, তিল আদি ৰঙ্গালাও বস্তু অতি উত্তম আৰু সস্তা। ইয়াৰ পৰা কয়েক মাইল দূৰৈত কুণ্ডিল নগৰত পূৰ্ব্বকালৰ ৰুক্মিণীৰ বাপেক ভীষ্মক ৰজাৰ প্ৰতিষ্ঠিত তাম্ৰেশ্বৰী গোসানীৰ মন্দিৰ আছে। তাত প্ৰতি দিনে সেৱা পূজা চলে।

সদীয়াৰ পৰা দিন দিয়েকৰ বাটত সুপ্ৰসিদ্ধ পৰশুৰাম কুণ্ড তীৰ্থ আছে। খৰালী দিনত তালৈ অনেক যাত্ৰী অহা-যোৱা কৰে।

ইয়াৰ বাহিৰেও লক্ষীপুৰ জিলাৰ উত্তৰ পাৰতে হাহি, পঞ্চানন্দ, নীল, বঠাৰতী, মুৰা-ভগা, কেছাইখাতী আদি কেইবাখনিও দেবালয় আছে।

যোৰহাটৰ পৰা গোলাঘাটলৈ ১৯ মাইল।

লক্ষীপুৰ জিলাৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত থকা ঠাইবিলাক—

ডিব্ৰুগড়, তিনচুকীয়া, লাহোৱাল, বৰবৰুৱা, জামিৰা, লেপেট্‌কটা খোৱাং, মাকুম, ডুম্‌ডুমা, তালাপ, টিঙ্গৰাই, ডিগ্‌বই, মাৰ্ঘেৰিটা, লিডু, টেঙ্গাখাট, চাবুয়া, জয়পুৰ আদি ঠাই বিখ্যাত।

ডিব্ৰুগড়—ইংৰাজী ১৮২৭ চনত যেতিয়া ইংৰাজ গৱৰ্ণমেণ্টে আসাম দেশ অধিকাৰ কৰি লয়, তাৰ কিছু দিনৰ পাচতে ডিব্ৰুনদীৰ পাৰতে পোন প্ৰথমে এটা কোঁঠ বা গড় বান্ধিছিল, সেই গড়ৰ নাম অনুসৰি লক্ষীপুৰ জিলাৰ সদৰ ঠাইৰ নাম ডিব্ৰুগড় হ'ল, ইয়াত ১৪৫৬৩ জন মানুহ আছে। ডিব্ৰুগড় বৰ্ত্তমান কালত আসাম দেশৰ এখন ঘাই নগৰ হৈছে। ইয়াত বেহা বেপাৰ আদিৰ বৰ সুচল, ভাৰতবৰ্ষৰ নানা ঠাইৰ লোক আহি ইয়াত নানা তৰহৰ কাৰবাৰ কৰিছেহি, ইয়াত ৰেল জাহাজ আদিৰ বৰ সুবিধা। ইয়াত লক্ষীপুৰ জিলাৰ ডিপুটী কমিশ্যনাৰ

চাহাব বাহাদুৰ থাকে, তেওঁৰ তলতে আৰু ৩।৪ জন হাকিম আছে। ৰেল জাহাজৰ সুচল বাবেই ইয়াত সকলো ৰকম কাৰবাৰ চলে, ইয়াত অনেক বিদেশী লোক আছেহি।

ডিব্রুগড়ৰ পৰা সদীয়ালৈ যাবলৈ হলে ৰেলেৰে গলে বাটত লাহোয়াল, ডিকম, চাবুয়া, পানীতোলা, তিনচুকীয়া, মাকুম জংশন, ছোটহাফজান, বৰ-হাফজান, হাঁহচৰা, ডুম্‌ডুমা, তালাপ, ডাঙ্গৰী আৰু চৈখোৱা ষ্টেচন পায়, চৈখোৱাৰ পৰা আৰু সিফাললৈ ৰেল নেযায়। দুই মাইল বাট খোজ কাঢ়ি সদীয়ালৈ যাব লাগে, আসাম বেঙ্গল ৰেল তিনচুকীয়াত ডিব্রু-সদীয়া ৰেলৰ লগত যোগ হৈছে; সেই ফালে ভাটিলৈ যাবলৈ বৰ সুচল হৈছে। খোয়াং, বৰবৰুৱা, লাহোয়াল, টেঙ্গাখাট আদি ঠাইত আৰু ৰেলৰ ষ্টেচনবিলাকত ডাকঘৰ আছে।

মাৰ্ঘেৰিটা আজি কালিৰ এখন প্ৰধাৰ ঠাই হৈছে, এই নগৰ ডিহিং নৈৰ পাৰত, ৰেল কোম্পা-নীৰ প্ৰধান ঠাই, তাৰ পৰা ৭ মাইল দূৰৈত লিডু, টিকক্ আৰু ৰাং ৰিং পৰ্ব্বত; এইবিলাক পৰ্ব্বতৰ

পৰা নাগমাটি বা কয়লাৰ খনি বাহিৰ হৈছে, হেজাৰ হেজাৰ লোকে দিনে ৰাতিয়ে সেইবিলাক কয়লা খটিত কাম কৰিব লাগিছে, আৰু সেইবিলাক কয়লা দিনে ৰাতিয়ে ৰেলেৰে অনা নিয়া কৰিব লাগিছে। মাৰ্ঘেৰিটাতে মাকুম নামে এখন বৰ ডাঙ্গৰ বাগিছা আছে।

তিনচুকীয়াৰ পৰা ৰেলেৰে মাকুম জংশন পায়, তাৰ পৰা টিঙ্‌ৰাই, তাৰ পৰা ডিগ্‌বই, তাৰ পৰা পাৰৈ ষ্টেচন, তাৰ পাচত হে মাৰ্ঘেৰিটা পাবগৈ।

ডিগ্‌বইত পেট্ৰোলিয়ম অৰ্থাৎ তেলৰ খনি আছে, তাৰ পৰা যন্ত্ৰৰ সাহায্যে ৩০০।৪০০ ফুট মাটিৰ তলৰ পৰা কেৰাচিন তেল বাহিৰ কৰিছে, তেল পৰিষ্কাৰ কৰা এটি ডাঙ্গৰ কাৰখানা আছে। তাতে কেৰাচিন বা মাটি তেল উৎপন্ন হৈছে, তাতে পৰিষ্কাৰ কৰি অনেক ঠাইলৈ পঠাইছে। তেলৰ যিবোৰ গেদেৰী ওলাইছে, তাকো বেলেগে পৰিষ্কাৰ কৰি তাৰ পৰা সুন্দৰ মম তৈয়াৰ কৰিছে, ডিগ্‌বইৰ তেল, মম আদি তৈয়াৰ কৰা কাম অতি অদ্ভুত যেন

বৰ্ত্তমান সম্ৰাট্ এডওৱাৰ্ডৰ দ্বিতীয় পুত্ৰ।

---

লাগে, বিদ্যাৰ বলত সংসাৰত নো কি কাম হব নোৱাৰে।



জয়পুৰতো পূৰ্ব্বে এখনী মহকুমা আছিল, এতিয়া তাত কেৱল এখন থানা আৰু ডাকঘৰ মাত্ৰ আছে। জয়পুৰেই লক্ষীপুৰ আৰু শিৱসাগৰ জিলাৰ মাজ ঠাই।



ডিব্ৰুগড়ৰে পৰা লাহোৱাল, মদাৰখাট, টেঙ্গাখাট, খেৰেমীয়া আদি ঠাইৰ মাজেদি জয়পুৰলৈকে এটি ডাঙ্গৰ আলিবাট (ট্ৰাঙ্কৰোড) আছে। সেই আলিয়েই শিৱসাগৰ জিলাত ওলাইছে গৈ। ডিব্ৰুগড়ৰ পৰা সদীয়ালৈকে সেই দৰে এটি ডাঙ্গৰ আৰু আগৰ ৰজা দিনৰ প্ৰাচীন আলিবাট আছে। সেই দৰে উত্তৰ পাৰেও দীঘলীয়া আলিবাট আছে। নাৰায়ণপুৰ, কাঠনী, কুমাৰগাঁও আদি ঠাইবিলাকৰ মাজে মাজেও আলিবাট আছে।

লক্ষীপুৰ জিলাৰ অধীনত থকা থানাবিলাকৰ নাম—ডিব্ৰুগড়, কঠালগুৰী, ডুম্‌ডুমা, সদীয়া, মাৰ্ঘেৰিটা, জয়পুৰ, মৰাণ বজাৰ, তিনচুকীয়া, উত্তৰ লক্ষীপুৰ আৰু ঢকুৱাখনা।

## ডাকঘৰবিলাকৰ নাম ।

ডিব্রুগড়, ৰৰবৰুৱা, দিহিংমুখ, ধেমাজী, জকাই, মাকুম জংশন, চিচি, ববহাফজান, ডিগ্‌বই, চাবুয়া, ডিকম, ডুম্‌ডুমা, জয়পুৰ নামৰূপ, টিংখাং, খোৱাং, লাহোয়াল ।

মাৰ্ঘেৰিটা, পানিতোলা, ৰঙ্গাগড়া ৰিহাবাড়ী, সদীয়া, জাহাজঘাট, তালাপ, তিনচুকীয়া, হুগ্রাজান, টেঙ্গাখাট ।

উত্তৰ লক্ষীপুৰৰ অঞ্চলত—

বদতি, বড়দলনী, ঢকুৱাখনা, ডিক্রং, লালুক, বিহপুৰীয়া, পথালিপাম, চিলনীবাড়ী ।

লক্ষীপুৰ জিলাৰ অধীনত মুঠ এই ৩৫টা ডাক-ঘৰ আছে ।

---

# শিৱসাগৰ জিলা।

সীমা—

শিৱসাগৰ জিলাৰ উত্তৰ সীমা—ব্ৰহ্মপুত্ৰ নদী আৰু বুঢ়ী ডিহীং নদী ; দক্ষিণ সীমা—নগাপাহাৰ, পুবসীমা—লক্ষীপুৰ জিলা ; পশ্চিম সীমা—নগাওঁ জিলা।

## পৰিমাণ ফল আৰু লোক সংখ্যা।

শিৱসাগৰ জিলাত ৪৯৯৬ বৰ্গমাইল মাটি আছে। লোক সংখ্যা ৬৯০২৯৯ জন।

## পৰ্ব্বত।

শিৱসাগৰ জিলাত—পাটকাই পৰ্ব্বত, চৰাইদেও পৰ্ব্বত, টাব্‌লুঙ্গ পৰ্ব্বত, লাখুটি পৰ্ব্বত, নামচাং পাহাৰ প্ৰভৃতি আৰু সৰু বৰ পৰ্ব্বত অনেক আছে।

## হ্ৰদ বা বিল।

শিৱসাগৰ জিলাত ডাঙ্গৰ বিল প্ৰায় নাই, কিন্তু এই জিলাত আসামৰ পূৰ্ব্বৰ ৰজা সকলৰ খনোৱা

বৰ ডাঙ্গৰ ডাঙ্গৰ সৰোবৰ বা বৰ পুখুৰী বহুত আছে, যেনে—শিৱসাগৰৰ পুখুৰী, জয়সাগৰৰ পুখুৰী, গৌৰীসাগৰৰ পুখুৰী, ন পুখুৰী, পুৰণি পুখুৰী, বগীদলৰ পুখুৰী, মেচাগৰৰ পুখুৰী, ৰাজমাও পুখুৰী ইত্যাদি।

নদী।

দিখৌ নদী—এই নদী নগা পৰ্ব্বতৰ পৰা ওলাই আহি শিৱসাগৰৰ পৰা ১৮ মাইল দূৰত ব্ৰহ্মপুত্ৰত পৰিছে। ইয়াৰ পাৰতে পুৰণি ৰংপুৰ আৰু শিৱসাগৰ নগৰ। আৰু আসাম কোম্পানীৰ প্ৰধান কুঠী নাজিৰা ইয়াৰ পাৰতে। নাজিৰাঘাট, আমগুৰি-ঘাট আৰু বলীয়াঘাট, মেটেকাঘাট আদি দিখৌ নদীৰ ঘাট কেইটা বিশেষ প্ৰসিদ্ধ।

ডিচাং নদী—এই নদীও নগাপৰ্ব্বতৰ পৰা ওলাই আহি শিৱসাগৰৰ পৰা ৯ মাইল দূৰত ব্ৰহ্মপুত্ৰত পৰিছে।

নামদাং ও দৰীকা—এই দুই নদী পূবফালৰ পৰ্ব্বতৰ পৰা ওলাই আহি দিখৌ নদীৰ লগতে

মিলিছে। শিৱসাগৰৰ পৰা ৮ মাইল দূৰত এই নামদাং নদীৰ ওপৰত আগৰ ৰজা দিনৰ অপূৰ্ব্ব কাৰুকাৰ্য্যৰ কৌশল-যুক্ত এখনী শিলৰ সাঁকো বা পুল আছে। তাৰ তলে নাও অহা-যোৱা কৰে। মহা-ৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে ইংৰাজী ১৭০০ চনত এই শিলৰ সাঁকো তৈয়াৰ কৰায়। তাৰ ওচৰতে গৌৰীসাগৰৰ বিখ্যাত পুখুৰী আৰু দৌল আছে।

জাঁজী—এই নদী নগা পৰ্ব্বতৰ পৰা ওলাই আহি শিৱসাগৰ আৰু যোৰহাটৰ মাজ ঠাইত ব্ৰহ্মপুত্ৰত পৰিছে। টিয়ক (নাম চেচু), কাকজান, মুদৈজান, পুথি নৈ আদি কেইবাখনিও পৰ্ব্বতীয়া সৰু সৰু নদী আহি জাঁজীতে মিলিছেহি।

ডিচৈ বা ভোগদৈ—ককিলা, কাকডোঙ্গা, এই নদী কেইখনিও নগা পৰ্ব্বতৰপৰা ওলাই আহি ব্ৰহ্মপুত্ৰত পৰিছেহি। ডিচৈ বা ভোগদৈ নদীৰ পাৰতে প্ৰসিদ্ধ যোৰহাট নগৰ।

টোকোলাই নদী—চেনীমৰাৰ ওচৰৰ টোকোলাই বিলৰপৰা ওলাই যোৰহাট নগৰৰ মাজে দি বৈ গৈ বালীগাৱঁৰ ওচৰত ভোগদৈ নদীত পৰিছে।

ধনশিৰী—( দীঘলে প্ৰায় ১০০ মাইল ) এই নদী শিৱসাগৰ আৰু নগাওঁ জিলাৰ সীমাত থকা নগা পৰ্ব্বতৰ পৰা ওলাই ব্ৰহ্মপুত্ৰত পৰিছে। এই নদীৰ পাৰতে গোলাঘাট মহকুমা।

ইয়াৰ বাহিৰেও শিৱসাগৰ জিলাত আৰু অনেক সৰু সৰু নদী আছে।

## বিশেষ বিৱৰণ।

শিৱসাগৰ জিলাৰ সদৰ ঠাই শিৱসাগৰতেই চিৰকালৰে পৰা আছিল, আজিকালি মাত্ৰ যোৰ-হাটলৈ নিছে। শিৱসাগৰ অতি প্ৰাচীন নগৰ। দিখৌ নদীৰ পূব পাৰত এই নগৰ স্থাপিত। মহা-ৰাজ শিৱসিংহে ইয়াত এটা সুন্দৰ ডাঙ্গৰ পুখুৰী খনাই তাৰ পাৰতে তিনটা দোল সাজি শিৱ, বিষ্ণু

আৰু দুৰ্গা গোসানীৰ প্ৰতিমা স্থাপন কৰে। এই ডাঙ্গৰ পুখুৰীটীকে শিৱসাগৰ বোলে, সেই নামে জিলাৰো নাম হল।

প্ৰায় চাৰি কুৰিমান বছৰ হল, ইংৰাজী ১৮৩৮ চনত শিৱসাগৰত প্ৰথমে জিলা পাতে। যোৰহাট আৰু গোলাঘাটত তাৰ বহুত দিনৰ পাচত হে মহ-কুমা পতা হয়। শিৱসাগৰৰ পৰা দুই মাইল দূৰত পুৰণি ৰংপুৰ নগৰ ; ইয়াত পূৰ্ব্বে আসাম ৰজা সকলে ৰাজধানী পাতিছিল, ইয়াত এতিয়াও ৰঙ্গঘৰ, তলাতলী ঘৰ, কাৰেংঘৰ আদি নানা কাৰুকাৰ্য্যৰ সুন্দৰ সুন্দৰ পকাঘৰ পৰি আছে, তাত হাবি হৈছে। ঠায়ে ঠায়ে দুই চাৰি ঘৰ ন পমুৱা মানুহ বহিছে মাত্ৰ। ৰংঘৰ থকা বাবে শিৱসাগৰক ৰংপুৰও বোলে।

নাজিৰাতো দিখৌ নদীৰ পূব পাৰে এটি সুন্দৰ খলপাখলপী কাৰেংঘৰ আছে। মহাৰাজ ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ১৭৬৮ চনত ইয়াক সজাই ছিল। ই অতি বিতোপন ঘৰ। ঘূৰি ঘূৰি তাৰ ওপৰলৈ উঠিব পাৰি। পূৰ্ব্বে অসম ৰজাই এই কাৰেংঘৰত

উঠি অনেক ঠাইলৈকে নজৰ কৰিছিল, সেই বাবে তাৰ ওচৰৰ ঠাই খনক নাজিৰা বোলে।

শিৱসাগৰ চবডিভিজনৰ ভিতৰত শিৱসাগৰ, নাজিৰা, নামতি, বৰপাত্ৰ দল, করুণাসাগৰ, চাৰি আলী, চাৰিং, জাঁজী আদি ঠাই লেখত লব লগীয়া।

শিৱসাগৰৰ পৰা ১০ মাইল দূৰত নাজিৰা কুঠি, তাত আসাম কোম্পানীৰ প্ৰধান আফিচ আছে, তাৰ ওচৰে ওচৰে লিগিৰী পুখুৰী, কছাৰী পুখুৰী, মেজেঙ্গা, হাতীপটী, গেলেকী, ধোপাবৰ, চণ্টক, দেওপানী আদি বৰ ডাঙৰ ডাঙৰ বাগিছাবিলাক আছে। নাজিৰা বজাৰৰ পৰা ১ মাইল দূৰতে আসাম বেঙ্গল ৰেলৰ নাজিৰা ষ্টেচন। শিৱসাগৰৰ পৰা ১০ মাইল দূৰত নামতি আলি ৰেল ষ্টেচন, শিৱসাগৰৰ পৰা ২০ মাইল দূৰত শিৱসাগৰ ৰোড ষ্টেচন, শিৱ-সাগৰৰ অঞ্চলৰ সকলো মানুহে এই ৩টা ৰেল ষ্টেচনত অহা-যোৱা কৰে।

শিৱসাগৰৰ পৰা ১৬ মাইল দূৰত জাঁজী, এই ঠাই আমগুৰী ৰেল ষ্টেচনৰ পৰা ৫ মাইল মাথোন দূৰ। এই ঠাইত ভুঞাঁহাট, ভগামুখ, খনামুখ, মুৰা-

ৰজাৰ, পুলিবৰ, জৰাবাৰী, ফুলপানীছিগা, তামুলীছিগা, শিমলুগুৰী, জকাইচুক আদি ঠাই লেখত লব লগীয়া।

যোৰহাট শিৱসাগৰৰ সদৰ ঠাই। আসামৰ শেষৰ ৰজা সকলৰ দিনত যোৰহাটতে নগৰ পাতে। ওচৰাওচৰী কৰি দুখন হাট বজাৰ ইয়াত বহুৱাই ছিল সেই বাবে যোৰহাট বোলে, দিচৈ বা ভোগদৈ নদীৰ পাৰতে যোৰহাট নগৰ। প্ৰাচীন কালৰ পৰা ইয়াত অনেক ভদ্ৰলোকৰ বসতি। ৰেলেই হওক বা জাহাজেই হউক, যোৰহাটৰ পৰা য'লকে ত'লকে অহা-যোৱা কৰিবলৈ বৰ সুবিধা। যোৰহাট অপাৰ আসামৰ কেন্দ্ৰ অৰ্থাৎ মাজ ঠাই; ৰেল জাহাজ ইত্যাদিৰো নানা সুবিধা আৰু অনেক উচ্চ শ্ৰেণীৰ সম্ভ্ৰান্ত ভদ্ৰলোক সকলৰ বসতি, ইত্যাদি নানা কাৰণত গৱৰ্ণমেণ্টই শিৱসাগৰ জিলাৰ সদৰ ষ্টেচন শিৱসাগৰৰ পৰা উঠাই আনি যোৰহাটত পাতিলে। এই উপলক্ষে যোৰহাটত বৰ ধুম-ধামেৰে সৈতে বহুত পকাঘৰ উঠালে। যোৰহাটৰ পৰা ৰেলেৰে ককিলামুখ জাহাজঘাটলৈ যাবলৈ প্ৰায় এক ঘণ্টা

সময় লাগে। বাটত বৰীগাওঁ, পটিয়াগাওঁ আৰু গোহাইগাওঁ এই কেইটা ষ্টেচন পায়।

যোৰহাটৰ পৰা আসাম বেঙ্গল ৰেলৰ মৰিয়ণী ষ্টেচনলৈ ১০ মাইল, তিতাবৰ ষ্টেচনলৈ ১২ মাইল এই দুয়োটা বাটেই যোৰহাটৰ সকলো মানুহ অহা-যোৱা কৰে। যোৰহাটৰ পৰা ৪ মাইল দূৰত চেনীমৰা ষ্টেচন; তাৰ পৰা পূব মুখে গলে মৰিয়ণী ষ্টেচন পায়, চেনীমৰাৰ পৰা পশ্চিম মুখে গলে ৰঙ্গাজান ষ্টেচন পায়, তাৰ পৰা আৰু ৪ মাইল গলেই আসাম বেঙ্গল ৰেলৰ তিতাবৰ ষ্টেচন পায়। মোটতে যোৰহাটৰ পৰা মৰিয়ণীলৈ ১০ মাইল আৰু তিতাবৰলৈ ১২ মাইল বাট।

যোৰহাটৰ পৰা কাকডাঙ্গা, বালীঘান, নেঘেৰিটিং, দেৰগাঁও, কুৰালগুৰি, গণকপুখুৰী ঢেকিয়াল আদি ঠাই পাৰ হৈ গলে গোলাঘাট মহকুমা পায়গৈ, গোলাঘাট মহকুমাৰ পৰা ৫ মাইল দূৰত আসাম বেঙ্গল ৰেলৰ কমাৰবন্ধা আলি ষ্টেচন; নাজিৰাৰ পৰা ৫০ মাইল দূৰ আৰু তিতাবৰ ষ্টেচনৰ পৰা ১২ মাইল।

গোলাঘাট—ধনশিৰী নদীৰ ঘাটত পূৰ্ব্বে ৰজাঘৰৰ পৰা এখন ডাঙ্গৰ গোলা দিছিল, সেই বাবে গোলাৰ ঘাট বা গোলাঘাট বোলে ।

গোলাঘাটৰ পৰা নগা পৰ্ব্বত জিলাৰ সদৰ ঠাই কহিমালৈ যোৱা বাটত "গৰমপানী" নামে এডোখৰ ঠাইত এটা উষ্ণ প্ৰস্ৰবণ ( মাটি ফুটি তলৰ পৰা তপত পানী ওলোৱা গাঁত ) আছে, সেই পানীত গা-ধুলে খহু কাৰু আদিৰ পৰা বহুত ৰক্ষা পোৱা যায় । এই কাৰণে সেই ফাললৈ যোৱা সকলে সেই গৰম পানীত নামি গা-পা ধোৱে ।

শিৱসাগৰ জিলাৰ অধীনত তলত লিখা থানাবিলাক আছে—

শিৱসাগৰ, বড়তলা, সোনাৰী ; যোৰহাট, চেলেঙ্গ, মাজুলী ; গোলাঘাট, বড়পথাৰ ; দেৰগাওঁ, বোকাখাট আৰু ডিমাপুৰ ।

———

১৮৫৭ খ্ৰীঃ মণিৰাম দেৱানৰ ফাঁচী হয়।

## শিৱসাগৰ জিলাৰ অধীনত থকা ডাকঘৰ-বিলাকৰ নাম—

গোলাঘাটৰ ফালে—

গোলাঘাট, বকুৱাগাওঁ, গণকপুখুৰী, ওয়াটিং, বাতুলীপাৰ, কাজিৰঙ্গা বোকাখাট, বৰজান, ধনশিৰীমুখ, ডিমাপুৰ, বৰপথাৰ, নীচুগাৰ্ড, চকলাটেঙ্গা, নুমলীগড়, গটঙ্গা, ধলৰসত্ৰ, লেটেকুজান, মহিমা, নেঘেৰিটিং আৰু আহতগুৰি।

যোৰহাটৰ ফালে—

যোৰহাট, চেনিমৰা, মৰিয়ণী, আমগুৰী, মেলেং, নকছাৰী, চেলেং, চাওখাট, টিয়ক, ৰঙ্গাজান, তিতাবৰ, আউনীআটিসত্ৰ, কমলাবাড়ী, ককিলামুখ আৰু দক্ষিণপাটসত্ৰ।

শিৱসাগৰৰ ফালে—

শিৱসাগৰ, নামতীদল, টিফুক, গেলেকী, ডিখৌমুখ, গৌৰীসাগৰ, মাজুলী, ডিচাংমুখ, লাকুৱা, মৰাণ, নাজিৰা, ৰাজমাই, সোনাৰী, সফ্ৰাই, হলগুৰি, বিহুবৰ প্ৰভৃতি ৫০টা মান ডাকঘৰ আছে।

——

# দৰং জিলা।

সীমা—

দৰং জিলাৰ উত্তৰ সীমা—ভোট ও অঁকা জাতি থকা পৰ্ব্বত সাৰী; পূৰ্ব্ব সীমা—লক্ষীপুৰ জিলা; দক্ষিণ সীমা—নগাওঁ জিলা; পশ্চিম সীমা—কামৰূপ জিলা।

এই জিলাত ৩৪১৮ বৰ্গমাইল মাটি আছে। লোকসংখ্যা ৩৭৭৩১৪ জন।

নদী—ব্ৰহ্মপুত্ৰ নদীৰ উত্তৰ পাৰত এই জিলা অৱস্থিত। ব্ৰহ্মপুত্ৰৰ বাহিৰেও—ভৰলু, জীয়াধনশিৰী মৰা ধনশিৰী বিলাধাৰী, ন নৈ আদি কেইবাখনিও নদী আছে। ইয়াৰ কোনো কোনো নৈৰ বালিত সোণৰ গুৰিও দেখিবলৈ পোৱা যায়।

তেজপুৰ নগৰত দৰং জিলাৰ ডেপুটি কমিশ্যনাৰ চাহাব বাহাদুৰ বাস কৰে। মঙ্গলদৈ এটা মহকুমা, তাতো বিচাৰক হাকিম থাকে। তেজপুৰৰ পৰা ২০ মাইল দূৰত বালীপাড়া নামেৰে এখন ঠাই আছে; তেজপুৰৰে পৰা তালৈ সদায় ৰেলগাড়ী চলিব লাগিছে।

দৰং জিলা ইংৰাজ গৱৰ্ণমেণ্টৰ হাতলৈ অহাৰ পূৰ্ব্ব সময় পৰ্য্যন্ত দৰঙ্গী ৰজাৰ অধীনত আছিল। দৰঙ্গী ৰজাৰ মঙ্গলদৈ নামেৰে এজনী জীয়েক আছিল, তেওঁৰ নাম অনুসাৰে ইয়াৰ এক অংশৰ নাম মঙ্গলদৈ হৈছে।

এতিয়াও এই জিলাত পূৰ্ব্বৰ দৰঙ্গী ৰজা সকলৰ বংশধৰ সকলে ঠায়ে ঠায়ে বাস কৰি আছে।

তেজপুৰক পূৰ্ব্বে শোনিতপুৰ বুলিছিল; ইয়াত অতি পূৰ্ব্বে অসুৰ বংশৰ বাণ ৰজাই ৰাজত্ব কৰিছিল। দ্বাৰকাৰ অধিপতি শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ কুমাৰে এই বাণ ৰজাৰ কন্যা ঊষা দেবীক বিবাহ কৰাইছিল। দৰং জিলাৰ এড়ি কাপোৰ, মুগা কাপোৰ, লা, ৰবৰ এঠা অনেক ঠাইলৈ বিক্ৰিৰ নিমিত্তে নিয়ে। এই জিলাৰ ওডালগুড়ি নামে এডোখৰ ঠাইত প্ৰতি বছৰে মেলা হয়; সেই মেলালৈ তিব্বত দেশৰ নামনীৰ ফালৰ আৰু ভোট দেশৰো অনেক মানুহ আহে। গান্ধ্ কলাই, ভুটিয়া-ঠঙ্গা, হাতীদাঁত, মজাঠী আৰু ভুটিয়া ঘোঁৰা আদি নানা বস্তু সেই মেলাত বেচা কিনা কৰে। দৰং

জিলাত মঙ্গলদৈ, বিশ্বনাথ, প্ৰতাপগড়, চতিয়া, হাউলী, মোহনপুৰ, মদপী, বিন্দুগুড়ি আদি ঠাই প্ৰসিদ্ধ। বিশ্বনাথ ব্ৰহ্মপুত্ৰৰ পাৰত। ইংৰাজী ১৬৮৪ চনত মহাৰাজ গদাধৰসিংহ স্বৰ্গদেৱে ইয়াত কেইবাটাও দৌল দেৱালয় স্থাপন কৰে।

দৰং জিলাৰ অধীনস্থ থানাবিলাকৰ নাম—

তেজপুৰ, চতিয়া, গহপুৰ, বিহালী মঙ্গলদৈ, কলাইগাওঁ, পানেৰী আৰু কৰিয়াপাৰা।

ডাকঘৰবিলাকৰ নাম—

তেজপুৰ, বালীপাড়া, বৰজুলী, গহপুৰ, হেলেম, বিন্দুগুৰী, বিহগুৰী, বিশ্বনাথঘাট, চাৰালী, ঢেকিয়া-জুলি, কলাইগাওঁ, সিংৰিবাৰীহাট, খাৰুপটীয়াঘাট, মঙ্গলদৈ, মিজিকাজান, পানেৰীহাট, হাতীগড়, ওডালগুৰী, ঠাকুৰবাড়ী, ওৰাং।

———ஃ———

# নগাওঁ।

সীমা—

নগাওঁ জিলাৰ উত্তৰ সীমা—দৰং জিলা ও ব্ৰহ্মপুত্ৰ নদী ; পূৰ্ব্ব সীমা—নগা পাহাৰ ও শিৱসাগৰ জিলা ; দক্ষিণ সীমা—কাছাৰ জিলা ও খাচিয়া জয়ন্তিয়া পাহাৰ ; পশ্চিম সীমা—কামৰূপ জিলা ও ব্ৰহ্মপুত্ৰ নদী।

পৰিমাণ ফল—নগাওঁ জিলাত ৩৮৪৩ বৰ্গমাইল মাটি আছে। লোক সংখ্যা ৩০৩৫৯৬ জন।

নগাওঁ জিলাতো ব্ৰহ্মপুত্ৰই ঘাই নদী আৰু কলঙ্গ, কিলিং, কপিলী, যমুনা, সোনাই আদি আৰু কেইবাখনিও সৰু বৰ নদী ও উপনদী আছে।

বিল—মৰিকলঙ্গ, মেৰিবিল, কাছধৰা, গৰঙ্গা আদি কেইবাখনীও বিল আছে।

পৰ্ব্বত—নগাওঁ জিলাত পূবে কল্যাণী নদীৰ পৰা পশ্চিমে যমুনা নদীলৈকে মিকিৰ পৰ্ব্বতে ঘুৰি আছে, এইটো বৰ ওখ পৰ্ব্বত ; তাৰ ঘাই টিংটো প্ৰায় ৩৫০০ ফুট ওখ।

নগাওঁ জিলাক পূৰ্ব্বে খাগৰিজান বুলিছিল।

নগাঁৱত মহকুমা নাই, সদৰ জিলাতে ডিপুটী কমি-চনৰ আৰু তেওঁৰ সহকাৰী হাকিম সকল বাস কৰে। কলং নৈৰ দক্ষিণ পাৰত এই নগৰ অৱস্থিত। কলং আৰু কপিলী এই দুয়োখন নদীৰ মিলনৰ ঠাইতে ৰহাচকী নামে এক প্ৰসিদ্ধ বেপাৰৰ ঠাই আছে।

তাৰ বাহিৰেও পুৰণি গুদাম, কলীয়াবৰ, ডবকা, মোৰিথানা, জাগী, চাপৰমুখ, শীলঘাট, বৰদোৱাথান, নৰোৱাথান আদি অনেক প্ৰসিদ্ধ স্থান আছে। এই বৰদোৱা (বটদ্ৰৱা) থানতে বৈষ্ণৱধৰ্ম্ম প্ৰচাৰক মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ জন্ম হয়। এই ঠাই মহাপুৰুষীয়া সকলৰ নিমিত্তে প্ৰসিদ্ধ তীৰ্থস্থান।

নগাওঁ জিলাত কপাহ, সৰিয়হ, লা, মুগা, সূতা, এড়ি সূতা, পাট সূতা আদি নানা বস্তু উৎপন্ন হয়, আৰু কোনো কোনো ঠাইত লোণপুঙ, চুণশীল, নাগমাটি আদিৰ খনিও আছে।

নগাওঁ জিলাত অধীনস্থ থানাবিলাকৰ নাম—

নগাওঁ, ৰহা, জাগী, নখোলা, চামগুৰী, কলীয়াবৰ, কুঠৰী, যমুনামুখ, খৰিখনা।

১৯০৫ চনৰ ১৬ অক্টোবৰৰ পৰা পূৰ্ব্ববঙ্গ ও আসাম নাম দিছিল।

ডাকঘৰবিলাকৰ নাম—

নগাওঁ, লাম্‌ডিং, মেছা, ৰহা, সালনা, শীলঘাট, চপানলা, ধীং, পুৰুণীগুদাম, চামগুৰী, যমুনামুখ, জালুগুটী, জখলাবন্ধা, কুৱৰীটোল।

কামৰূপ—

কামৰূপ জিলাৰ উত্তৰ সীমা—ভোটৰ পৰ্ব্বত; পূৰ্ব্ব সীমা—দৰং আৰু নগাওঁ জিলা; দক্ষিণ সীমা—খাচিয়া পৰ্ব্বত আৰু পশ্চিম সীমা—গোৱালপাড়া জিলা।

এই জিলাত ৩৮৫৮ বৰ্গমাইল মাটি আছে। লোক সংখ্যা ৬৬৭৮ জন।

কামৰূপ জিলা ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে। গুৱাহাটী বৰপেটা, হাজো, কামাখ্যা, বাৰ্মাদিয়া, নলবাৰী, লুকী, পলাশবাৰী, ৰঙ্গীয়া, বেলতলা, সৰ্থেবাৰী, বহগাওঁ, তাম্বুলপুৰ, কমলপুৰ, শোৱাঁলকুছি ও দেওৱানগিৰি আদি ঠাই প্ৰসিদ্ধ।

কামৰূপ অতি প্ৰাচীনকালৰে পৰা নানা কাৰণে বিখ্যাত স্থান। ইয়াৰ প্ৰাচীন সীমা—পূৰ্ব্বে

দিকৰাই নদীৰে পৰা পশ্চিমে কৰতোয়া নদীলৈকে যুৰিছিল। পুৰাণত লিখা আছে যে, কামদেৱ সদাশিৱৰ খঙ্গত পৰি ইয়াতে মৰে আৰু ইয়াতেই তেওঁ আকৌ জীৱন পায়। কামদেৱে নিজৰ ৰূপ পুনৰ্ব্বাৰ লাভ কৰে দেখি কামৰূপ বোলে। কামৰূপতো ঘাই নদী ব্ৰহ্মপুত্ৰই; তাৰ বাহিৰেও মানাহ নদী, পাগলা মানাহ, বড় নৈ, লাখইতৰা, কলহী, সোণাপুৰ, সিংৰা আদি অনেক নদী আছে।

বিল—চিকনী বিল, আঠিয়াবাড়ী বিল, চাতলা বিল আৰু এড়িয়া বিল আদি অনেক বিল ইয়াত আছে।

কামৰূপত পৰ্ব্বতো অনেক আছে, তাৰ ভিতৰত বশিষ্ঠ পৰ্ব্বত, ফটাশীল পৰ্ব্বত, কামাখ্যা পৰ্ব্বত, ভুবনেশ্বৰী পৰ্ব্বত, কেদাৰ, চুণশালী, গ্ৰাণউদ্ আদি প্ৰসিদ্ধ।

দেৱালয়—কামৰূত কামাখ্যা গোসানীৰ মহাপীঠ আছে। তাৰ বাহিৰেও ভুবনেশ্বৰী, উমানন্দ, অশ্বক্ৰান্ত, হাজো, মণিকৰ্ণেশ্বৰ, শুক্ৰেশ্বৰ, নৱগ্ৰহ

আৰু বশিষ্ঠাশ্ৰম প্ৰভৃতি অনেক হিন্দু তীৰ্থ আছে।

কামৰূপৰ নাম অতি প্ৰাচীন শাস্ত্ৰাদিতো পোৱা যায়। পূৰ্ব্বে ইয়াক প্ৰাগ্‌জ্যোতিষপুৰ বুলিছিল, তাত ভগদত্ত নৰকাসুৰ প্ৰভৃতি প্ৰাচীন ৰজাই ৰাজত্ব কৰিছিল।

কামৰূপৰ সদৰ ষ্টেচন গুৱাহাটী। ইয়াত ডেপুটী কমিচনাৰ, জজ, কমিচনাৰ আদি প্ৰধান প্ৰধান বিষয়া সকল থাকে, ইয়াত কেইবাটাও কছাৰী ঘৰ আছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ এটাই কেইখন জিলাৰ মোকৰ্দ্দমাৰ আপিল আদি ইয়াতে হয়।

সদৰ জিলাৰ পশ্চিম ফালে চাউলখোৱা নদীৰ পাৰত বড়পেটা মহকুমা, তাতো বিচাৰক হাকিম থাকে। দেওয়ানগিৰিত বছৰেপতি মেলা হয়। শোৱাঁলকুছি, পলাশবাড়ী আদি ঠাইত অতি সুন্দৰ এড়ি কাপোৰ তৈয়াৰ হয়।

কপাহ, শালকাঠ, সৰিয়হ, লা, মুগা সূতা, পাট সূতা আদি নানা প্ৰকাৰৰ বস্তু ইয়াত প্ৰস্তুত হয়।

আৰু সেইবোৰ বস্তু বিক্ৰিৰ নিমিত্তে নানা ঠাইলৈ পঠোৱা হয়।

কামৰূপ জিলাৰ অধিনত থকা থানাবিলাকৰ নাম—

গৌহাটী, ভৰলুমুখ, লতাশীল, সোণাপুৰ, ছয়-গাওঁ, পলাশবাৰী, বকো, নলবাড়ী, হাজো, বৰমা, ৰঙ্গিয়া, তাম্বুলপুৰ, কমলপুৰ, বড়পেটা, ৰহা, বজালী।

ডাকঘৰবিলাকৰ নাম—

গৌহাটী, বড়পেটা, নেলী, পলাশবাড়ী, সোণা-পুৰ, আমীনগাওঁ, বৰমা, বেলশৰ, চাপৰমুখ, হাজো, কামাখ্যা পৰ্ব্বত, কামৰূপ, কঠিয়াতলী, মাণ্ডাকাটা, জাগীৰোড, উত্তৰ গুৱাহাটি, ৰণাকুছি, ৰঙ্গিয়া, শোৱাঁলকুছি, তাম্বুলপুৰ, ভবানীপুৰ, চকচকা, ছেঙ্গা, যোগদলা, পাতাচাৰকুছি, বকো, ছয়গাওঁ, লোহাৰঘাট, সৰভোগ, বাইহাটা, নলবাড়ী আৰু টিহু।

———

কছাৰি ৰজাৰ নাম অনুসৰি এই জিলাৰ নাম কাছাৰ।

# গোৱালপাড়া।

সীমা—

গোৱালপাড়া জিলাৰ উত্তৰ সীমা—ভোট পৰ্ব্বত; পূৰ্ব্ব সীমা— মানাহ নদী ও কামৰূপ জিলা; দক্ষিণ সীমা—গাৰো পাহাড়; পশ্চিম সীমা—ৰঙ্গপুৰ জিলা, কোছবিহাৰ।

পৰিমাণ ফল—এই জিলাত ৩৯৫৪ বৰ্গমাইল মাটি আছে।

লোক সংখ্যা ৬০০৬৪৩ জন।

অনুমান হয় ভাটিৰ ৰঙ্গপুৰৰ ফালৰ বহুত গুৱাল মানুহ আহি ইয়াত বেহা বেপাৰ কৰি আছিলেহি। গুৱালহঁতৰ পাড়া বা চুবুৰী দেখি ইয়াক গোৱাল-পাড়া বোলে। এতিয়াও ইয়াত অনেক গুৱাল বাস কৰে আৰু বাণিজ্য বেপাৰ কৰে।

গোৱালপাড়া জিলাও ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে আছে। এই জিলাত অনেক জমিদাৰ আছে। তাৰ ভিতৰত বিজ্‌নী, গৌৰীপুৰ, মেছপাড়া, লক্ষীপুৰ, বগৰীবাড়ী, ৰূপ্‌সী, বিলাসীপাড়াৰ জমি-দাৰ প্ৰধান।

কছাৰি নৃপতিক ভীমৰ বংশ বোলে।

পূৰ্ব্বে গোৱালপাড়া জিলাৰ সদৰ ঠাই নিজ গোৱালপাড়াতেই আছিল। ইং ১৮৭৯ চনত তাৰ-পৰা জিলা উঠাই নি ধুবুৰীত পাতেগৈ; এতিয়া ধুবুৰীয়েই সদৰ ঠাই আৰু তাতে জিলাৰ ডেপুটি কমিচনাৰ চাহাচ বাহাদুৰ বাস কৰে। নিজ গোৱালপাড়াত মহকুমা আছে। তাত এজন বিচাৰক হাকিম থাকে।

গোৱালপাড়া, বগৰীবাড়ী, গৌৰীপুৰ, ৰূপ্সী, খাগড়াবাড়ী, আগমনী, পাঠামাৰী, বিলাসীপাড়া, দতমা, সিদলী, ডুমুৰিয়া, কাবাইটৰী, উত্তৰ শালমৰা, দক্ষিণ শালমৰা, দৰংগিৰি, ৰংজুলী, ধূপধৰা, ডোবা-পাড়া, যোগীঘোপা, লক্ষীপুৰ, জমাদাৰহাট, আগিয়া, কৃষ্ণাই, গোলোকগঞ্জ আদি ঠাই প্ৰসিদ্ধ।

এই জিলাত শাল কাঠৰ কাৰবাৰ খুব ধুম-ধামেৰে চলিছে, তাৰ বাহিৰেও কপাহ, তুলা, সৰিয়হ, লা, মৰাপাট আৰু ধানৰ বেপাৰ চলে।

এই জিলাৰ ভাষা মিহলি—মানুহ বিলাকে ঘৰত বঙ্গলা আৰু অসমীয়া মিহলি কথা কয়, কিন্তু স্কুল কছাৰি আদিত কেৱল বঙ্গলা ভাষা চলে। এতিয়া

গৱৰ্ণমেণ্টে অনুগ্ৰহ কৰি স্কুলবিলাকত অসমীয়া ভাষা দিছে।

## দেৱালয়।

যোগীঘোপা—ইয়াত পূৰ্ব্বকালে যোগী মুনি সকলে পৰ্ব্বতৰ গা-তে স্নুৰুঙ্গা কাটি ঘৰৰ নিছিনা ঘোপা একোটা কৰি লৈ তাৰ মাজতে সোমাই যোগসাধন (ঈশ্বৰৰ উপাসনা) কৰিছিল, যোগীৰ তৈয়াৰী ঘোপা দেখি এই ঠাইক যোগীঘোপা বোলে। যোগীঘোপাৰ পৰ্ব্বতটো ধুই তাৰ তলেই ব্ৰহ্মপুত্ৰ বৈ গৈছে। এই ঠাই অতি মনোহৰ।

টুক্ৰেশ্বৰী মন্দিৰ—টুক্ৰেশ্বৰী পাহাৰৰ ওপৰত এই দেবী মন্দিৰটী আছে, তাত সদায় পূজা সেৱা চলিব লাগিছে। এই টুক্ৰেশ্বৰী দেৱালয়ত বান্দৰৰ ৰজা ৰাণী আৰু মন্ত্ৰী আছে। গোসানীৰ পূজাত দিয়া বস্তু বাহানী আগেয়ে বান্দৰ ৰজাই খায়, তাৰ পাচত হে অন্য বান্দৰে খায়, এই ঠাই বান্দৰৰ নিমিত্তে বিশেষ বিখ্যাত।

এই দুই দেৱালয়ৰ বাহিৰেও গোৱালপাড়াত

জগন্নাথবাৰী, নৰসিংহবাৰী, বঙ্কটবাৰী আৰু জৈন মন্দিৰ আছে।

গোৱালপাড়া জিলাৰ অধীনস্থ থানাবিলাকৰ নাম—

ধুবুৰী, দক্ষিণ শালমৰা, আগমনী, বিলাসীপাড়া, হুধ্নাই, লক্ষ্মীপুৰ, উত্তৰ শালমৰা, চাপাগুৰী আৰু গোলোকগঞ্জ।

ডাকঘৰবিলাকৰ নাম—

ধুবুৰী, গোৱালপাড়া, বিলাসীপাড়া, গৌৰীপুৰ, বগৰীবাড়ী, লক্ষ্মীপুৰ, মনিকাছৰ, ফকিৰগঞ্জ, গোলোকগঞ্জ, জমাদাৰহাট পাটামাৰী, দক্ষিণ শালমৰা, শুকচৰ, ফকিৰাগ্রাম, গাৰু ভাষা, কছু-গাওঁ, সিদলী, আগমনী, প্রতাপগঞ্জী, ৰূপ্সী, তামাৰ-হাট, অভয়াপুৰী, আগীয়া, বিজনী, বটীয়ামাৰী, দলগোমা, ডাম্ৰা, দৰংগিৰী, যোগীঘোপা, কৃষ্ণাই, উত্তৰ শালমৰা, মহেন্দ্রগঞ্জ, ৰৌমাৰী, ধূপধৰা, সেৰেফানগুৰি, বঙ্গাইগাওঁ, বাসুগাওঁ ইত্যাদি।

গাৰোপাহাড়।

এই জিলাৰ উত্তৰ সীমা—গোৱালপাড়া জিলা; পূৰ্ব্ব সীমা—খাচিয়া পৰ্ব্বত; দক্ষিণ সীমা—মৈমন-

সিংহ জিলা আৰু পশ্চিম সীমা—গোৱালপাড়া জিলা। ইয়াত ৩১৪০ বৰ্গমাইল মাটি আছে। লোকসংখ্যা ১৫৮৯৩৬ জন।

ইংৰাজী ১৮৬৬ চনত গাৰো পৰ্ব্বতৰ ওপৰত এই জিলা পতা হৈছে। কৃষ্ণাই, ভোমাই, নিতাই, কালো, সোমেশ্বৰী, গাৰো পাহাৰৰ ঘাই নৈ। গাৰো পাহাৰ জিলাৰ সদৰ ঠাই টুৰা, তাতে ডেপুটী কমিচনাৰ চাহাব থাকে। শালকাঠ, তুলা, লা আৰু বৰৰ আঠা এই জিলাৰ উৎপন্ন ঘাই বস্তু।

গাৰোপাহাড় জিলাৰ পুলিশ ষ্টেচন আৰু ডাকঘৰবিলাকৰ নাম—

টুৰা, ফুলবাৰী, মহেন্দ্ৰগঞ্জ, ডালু আৰু গৰুবধ।

খাচিয়া ও জয়ন্তিয়া পাহাড়।

সীমা—

এই জিলাৰ উত্তৰ সীমা—নগাওঁ ও কামৰূপ জিলা; দক্ষিণ সীমা—শ্ৰীহট্ট ও কাছাৰ জিলা, পূৰ্ব্বেও কাছাৰ জিলাই আছে, পশ্চিমে গাৰো-পাহাড় জিলা।

ইয়াত ৬০২৭ বৰ্গমাইল মাটী আছে। লোক-সংখ্যা ২৩৫০৬৯ জন।

এই জিলাত ১০।১২ খন মান দেশী ৰজাৰ ৰাজ্য আছে। কিন্তু সেইবিলাক সৰু সৰু ৰজা ইংৰাজ গৱৰ্ণমেণ্টৰ কৰতলীয়া। এই জিলাত চেৰাপুঞ্জী নামে এডোখৰ ঠাই আছে, তাত সদায় বৰষুণ হৈ থাকে। ইয়াত পৃথিবীৰ ভিতৰত সকলো ঠাইতকৈ বেচি বৰষুণ হয়।

ইয়াত ওখ ওখ অনেক পৰ্ব্বত আছে, তাৰ ভিতৰত শ্বিলং পৰ্ব্বত, ডিঞ্জী পৰ্ব্বত, মাওথাড্ ৰাচন প্ৰভৃতি গোটাদিয়েক প্ৰধান। শ্বিলং পৰ্ব্বতৰ ওপৰত আমাৰ শাসনকৰ্ত্তা গৱৰ্ণৰ চাহাব বাহাদুৰ থাকে। এই শ্বিলঙ্গেই আসাম দেশৰ ৰাজধানী।

শ্বিলং, জোৱাই, চেৰাপুঞ্জী, চেলা, লালাডঙ্গ, মাওসিন্‌ৰাম, নংপু, এডং, আপু, খাইৰাঘাট আদি ঠাই এই জিলাত প্ৰসিদ্ধ।

এই জিলাত খাচিয়া মানুহেই ভৰা, আৰু জয়ন্তা, মিকিৰ, গাৰো, কুকি আদি কিছুমান অসভ্য জাতিও ইয়াত থাকে, তাৰ বাহিৰেও অনেক

বাঙ্গালী ভদ্ৰলোক ও অসমীয়া ভদ্ৰলোক সকল চাকৰী উপলক্ষে তাত বাস কৰিছে। শ্বিলং বৰ চেঁচা ঠাই, ঘাম কালিও গাৰ পৰা কাপোৰ গুছাব নোৱাৰি, জাৰ কালি হলে পানীবিলাক ঠায়ে ঠায়ে গোট মাৰে, ইয়াত জাৰ ইমান বেছি যে পুহ, মাঘ মহীয়া গাৰ পৰা গৰম কাপোৰ গুছালে মানুহ ঠেৰেঙ্গা দিয়ে। আম, কঠাল আদি বস্তুবিলাক তাত বেগতে নপকে, আহিন কাতি মাহতো তাত কেচা আম পোৱা যায়।

শ্বিলঙ্গৰ মৌ, সুমথিৰা টেঙ্গা আৰু খাচিয়া আলুগুটি বৰ ভাল বস্তু বুলি লোকে কয়।

খাচিয়া ও জয়ন্তিয়া পাহাৰ জিলাৰ
থানাবিলাকৰ নাম—

শ্বিলং, নংফু, চেৰা, ইচ্ছামতী, জোৱাই।

ডাকঘৰবিলাকৰ নাম—

শ্বিলং, চেৰাপুঞ্জী, জোৱাই, মাফ্লং, লাইট্ কেঞ্চিউ, নংফু ইত্যাদি।

নগাপাহাৰ।

এই জিলাৰ উত্তৰ সীমা—নগাওঁ আৰু শিৱসাগৰ

জিলা ; পূৰ্ব্ব সীমা—পাট্‌কাই পৰ্ব্বত সাৰী ; দক্ষিণে মণিপুৰ আৰু কাছাড় জিলা, পশ্চিমে নগাওঁ জিলা।

পৰিমাণ ফল—এই জিলাত ৩০৭০ বৰ্গমাইল মাটি আছে।

লোকসংখ্যা—১৪৯৬২৩ জন।

নদী—ধনশিৰি নদীয়েই এই জিলাৰ ঘাই নদী। এই নদী নগা পাহাৰৰ দক্ষিণ পূব চুকৰ পৰা ওলাই আহি শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাৰ ওচৰত ব্ৰহ্মপুত্ৰ নৈত পৰিছে।

যমুনা, কলিয়নী আৰু দৈয়ং নামে আৰু তিনিখনি সৰু নদী এই জিলাত আছে। দৈয়ং আৰু কলিয়নী আহি ধনশিৰিত পৰিছে, নগাওঁৰ ওচৰত কপিলীত পৰিছে।

ইংৰাজী ১৮৬৬ চনতেই এই ঠাইতো জিলা পাতে। কহিমা, পিফিমা, উখা, মকক্‌চাং, চামগুটিং, ডিমাপুৰ, লামডিং আদি এই জিলাৰ প্ৰধান স্থান।

সদৰ ষ্টেচন—কহিমা, ইয়াতে নগাহিলৰ ডিপুটি কমিচনাৰ চাহাব বাহাদুৰ বাস কৰে। উখা

আৰু মককৃচাং এই দুটা মহকুমা, তাতো বিচাৰক হাকিম থাকে।

উখা দৈয়াং নদীৰ ওচৰত, চামগুটিং পূৰ্ব্বে সদৰ ঠাই আছিল। ডিমাপুৰ ধনশিৰী নৈৰ পাৰত, প্ৰসিদ্ধ বেপাৰৰ ঠাই। নগা পাহাৰত তুলাই প্ৰধান উৎপন্ন বস্তু, নগাই প্ৰধান অধিবাসী। ইহঁত প্ৰায়েই নাঙ্গটা ( নগ্ন ) সেই দেখি নগা বোলে, এই জাতি পূৰ্ব্বে বৰ অসভ্য আছিল, আজি কালি গৱৰ্ণমেণ্টৰ কৃপাত ইহঁত বহুল ভাল হৈছে, বহুতে লিখা পঢ়াও শিকিছে, নগা জাতিৰ ভাষা বেলেগ ; সিহঁতৰ পৃথক আখৰ নাই, ভাষাহে আছে, ইংৰাজী আখৰেৰে সিহঁতৰ ভাষাত বহুত পুথি ওলাইছে।

নগাপৰ্ব্বত জিলাৰ অধীন থানাবিলাকৰ নাম--

কহিমা, জুবজা, ভীশ্বেমা, ভায়াৰু, পিফিমা, নীচুগাৰ্ড।

ডাকঘৰবিলাকৰ নাম।

কহিমা, বৰপঠাৰ, উখা, চকলাটিং, নীচুগাৰ্ড, পিফিমা প্ৰভৃতি।

---

# সুৰমা উপত্যকা।

## সুৰমা নদীৰ তীৰত থকা জিলাবিলাক

## শ্ৰীহট্ট বা ছিলেথ জিলা।

সীমা—

শ্ৰীহট্ট জিলাৰ উত্তৰ সীমা—খাচিয়া ও জয়ন্তিয়া পাহাড়; পূৰ্ব্ব সীমা—কাছাড় জিলা; দক্ষিণ সীমা—ত্ৰিপুৰা জিলা; আৰু পশ্চিম সীমা—মৈমনসিংহ জিলা।

পৰিমাণ ফল—৫৩৮৮ বৰ্গমাইল মাটি আছে, লোকসংখ্যা ২৪৭২৬৭১ জন।

নদী—ঘাই নদী সুৰমা আৰু বৰাক, কৰঙ্গী, ধলেশ্বৰী, কুশিয়াৰ আৰু বগাপানী আদি সৰু বৰ বহুত নদী এই জিলাত আছে।

বিল—হাকালুকি, শোণ, ঘুঙ্গিয়াজুৰি আদি বহুত বিল এই জিলাত আছে।

পৰ্ব্বত—প্ৰতাপগড়, ইটাখোলা, বালিশিৰা ও পাথাৰিয়া প্ৰভৃতি।

এই জিলাৰ সদৰ ঠাই শ্ৰীহট্ট। মৌলবীবাজাৰ, হবিগঞ্জ, সুনামগঞ্জ কৰিমগঞ্জ এই কেইটা মহকুমা।

প্ৰধান স্থান উত্তৰ শ্ৰীহট্টত—বালাগঞ্জ, ফেঁচুগঞ্জ কোম্পানীগঞ্জ, গোপালগঞ্জ, কানাইৰঘাট প্ৰভৃতি প্ৰধান। দক্ষিণ শ্ৰীহট্টত—হবিগঞ্জ, নাবিগঞ্জ, ভোলা-গঞ্জ, মাধবপুৰ, বানিয়াচুঙ্গ, সুনামগঞ্জ, ছাতক, দিৰাই, ধৰ্ম্মপানী আৰু জলঢুপ প্ৰভৃতি প্ৰধান।

এই জিলাত অপৰ্য্যাপ্ত সুমথিৰা টেঙ্গা উৎপন্ন হয়। নানা ৰকম ধুনীয়া পাটীও এই জিলাতেই তৈয়াৰ কৰে। তাৰ বাহিৰেও হাতী দাঁতৰ পাটী, ফণী, বিচনী, পেৰা আদি তৈয়াৰ হয়।

এই জিলাৰ মানুহবিলাক বিদ্যা, বুদ্ধি, সমৃদ্ধি আদিতে আসামৰ সকলো জিলাৰ মানুহতকৈ শ্ৰেষ্ঠ আৰু বৰ পৰিশ্ৰমী।

এই জিলাৰ মানুহবিৰাক তেনই বাঙ্গালী। হিন্দুতকৈ মুচলমানৰ সংখ্যা বেছি।

ছিলেথ জিলাৰ প্ৰধান পুলিশ ষ্টেচনৰ নাম—

শ্ৰীহট্ট, কনাইৰঘাট, বালাগঞ্জ, মৌলবীবাজাৰ, হিঙ্গাজীয়া, হবিগঞ্জ, বানিয়াচুঙ্গ, মাধবপুৰ, সুনাম-গঞ্জ, ছাতক, দিৰাই, ধৰমপাশা, কৰিমগঞ্জ, জলঢুপ প্ৰভৃতি।

প্ৰধান প্ৰধান ডাকঘৰৰ নাম—

শ্ৰীহট্ট, আদামপুৰ, আজমীৰগঞ্জ, বালাগঞ্জ, চান্দক্ষীৰা, চান্দপৰবাগান, ছাৰথাল, চটালী, ফেঞ্চুগঞ্জ, গায়নঘাট, হাবীগঞ্জ, ইচ্ছামতী, ইটাখোলা, কালীঘাট, কৰিমগঞ্জ, লাঙ্গলা, মৌলবীবাজাৰ, মুন্সীবাজাৰ, নবীগঞ্জ, পঠাৰকেন্দী, সাতগাওঁ, সুনানগঞ্জ, শ্ৰীমঙ্গল প্ৰভৃতি ১৩১টা ডাকঘৰ আছে।

কাছাড় জিলা।

সীমা—কাছাড় জিলাৰ উত্তৰ সীমা—নগা পৰ্ব্বত আৰু জয়ন্তীয়া; পূৰ্ব্ব সীমা—মণিপুৰ; দক্ষিণ সীমা—লুচাই পৰ্ব্বত আৰু পশ্চিম সীমা—শ্ৰীহট্ট জিলা।

পৰিমাণ ফল—৩৫০৫ বৰ্গমাইল মাটি আছে। লোক সংখ্যা ৪৯৭৪৬৩ জন।

নদী—বৰাক, ধলেশ্বৰী, সোনাই, চিৰি, বাদ্ৰি আৰু ঝিলম প্ৰভৃতি।

পৰ্ব্বত—বৰাইল, সিদ্ধেশ্বৰ, ভুবনপাহাৰ প্ৰভৃতি।

জয়মতী কুৱঁৰীৰ নামেই জয়সাগৰ পুখুৰী আৰু দলৰ নাম হৈছে ।

এই জিলাৰ সদৰ ষ্টেচন শিলচৰ, তাত ডেপুটি কমিচনাৰ চাহাব থাকে। হাইলাকান্দী ও উত্তৰ কাছাড় এই দুটা মহকুমা। উত্তৰ কাছাড়ৰ সদৰ ষ্টেচন হাফ্‌লং। বদৰপুৰ, কাটীগড়া, মাইবং, বিজয়পুৰ, লক্ষীপুৰ, আৰু বড়খোলা আদি স্থানবিলাক বিশেষ প্ৰসিদ্ধ।

কাছাৰ জিলাৰ পূৰ্ব্বৰ নাম হিড়ম্ব দেশ ; ভীমৰ পুত্ৰ ঘটোৎকচে এই দেশত ৰাজত্ব কৰিছিল।

কাছাৰ জিলাৰ অধীন থানাবিলাকৰ নাম—

শিলচৰ, সোনাই, বড়খোলা, লক্ষীপুৰ, কাটগড়া, হাইলাকান্দী, কটলীচেৰা।

প্ৰধান প্ৰধান ডাকঘৰবিলাকৰ নাম—

শিলচৰ, আইজাল, বদৰপুৰ, বাঁসকান্দী, বড়খোলা, ডেমাগিৰী দেওৱান, দ্বাৰবন্দ, কেটিংলেহ, হাফ্‌লং হাইলাকান্দী, কালাইন কাটিচেৰা, কুম্ভীৰ, লক্ষীপুৰ, লালা, মণিপুৰ, মনাচেৰা, ৰোজকান্দী, সাইৰং, শীলাৰটী, শিলকুড়ি, উদৰবন্দ প্ৰভৃতি ৪১টা ডাকঘৰ আছে।

খ্ৰীঃ ১৭০০ চনত জয়সাগৰৰ পুখুৰী আৰু দল কৰাইছিল।

## লুচাই পাহাড় জিলা।

সীমা—উত্তৰ সীমা—কাছাড় ও মণিপুৰ, পূৰ্ব্ব ও দক্ষিণ সীমা—মানদেশ, পশ্চিম সীমা—ত্ৰিপুৰা ও চাঁটিগা জিলা।

লোকসংখ্যা—৯১২০৪ জন। মাটিকালি প্ৰায় ৭২২০ বৰ্গমাইল।

নদী—ধলেশ্বৰী, টিপাই আৰু সোনাই আদি কৰি।

পৰ্ব্বত—লুচাই পৰ্ব্বতেই এই জিলাৰ উত্তৰৰ পৰা দক্ষিণলৈকে ঘুৰি আছে।

লুচাই পাহাৰ জিলাৰ এটা মহকুমা মাত্ৰ লুঙলেহ।

লুচাই পাহাৰৰ পুলিশ ষ্টেচন আৰু প্ৰধান
প্ৰধান ডাকঘৰবিলাকৰ নাম—

আইজাল, মাইবোং, কুলশিব, তেঞ্জুল, লংলেহ, ডোমাগিৰী।

———

# মিত্ৰৰাজ্য।

যিবিলাক প্ৰদেশৰ ৰজাই ইংৰাজ গৱৰ্ণমেণ্টৰ অধীনত থাকি নিজ ৰাজ্য নিজে শাসন কৰে, আপদে সম্পদে গৱৰ্ণমেণ্টক সহায় কৰে আৰু বাৎসৰিক কোনো এটা নিৰ্দ্দিষ্ট কৰ গৱৰ্ণমেণ্টক দিয়ে, সেই ৰাজ্যকে মিত্ৰৰাজ্য বোলে, তাক কৰদ ৰাজ্যও কয়; যেনে—মণিপুৰ।

মণিপুৰ—ইয়াৰ উত্তৰ সীমা—নগা পৰ্ব্বত, দক্ষিণ সীমা—মানদেশ, পূব সীমাও মানদেশ, পশ্চিম সীমা—কাছাৰ জিলা।

মহাভাৰতৰ সময়তো এই ৰাজ্যৰ বিশেষ বিবৰণ জনা গৈছিল, অৰ্জ্জুনৰ পুত্ৰ মহাৰাজ বভ্ৰুবাহন এই ৰাজ্যত বৰ পৰাক্ৰমী ৰজা আছিল।

ইংৰাজী ১৮৯২ চনত মণিপুৰ ৰজাই গৱৰ্ণমেণ্টৰ লগত বিদ্ৰোহ আচৰণ কৰাত তেওঁক ভ্ৰষ্ট কৰি শ্ৰীযুত চুড়াচাঁদ কোঁঙৰক ৰজা পতা হয়, তাত ৰেচিডেণ্ট উপাধিৰে এজন ডাঙ্গৰ ইংৰাজ কৰ্ম্মচাৰী থাকি ৰাজকাৰ্য্যত সহায় কৰে।

শিৱসাগৰ আৰু 'শিৱদল' ১৭২০ চনত কৰাইছিল।

## স্বাভাবিক বস্তু।

জলপ্ৰাত—ওপৰৰ পৰা তললৈ বেগেৰে পানী পৰা—শ্বিলঙ্গত—বীডন, বিশ্‌প, বেভিফিল্ড, কৰ্ণ-লাইন জলপ্ৰপাত আছে।

চেৰাপুঞ্জিত—মশ্‌মাই, এই জলপ্ৰপাতৰ বৰ ভয়ানক দৃশ্য।

জুৰী বা ঝৰণা (প্ৰস্ৰবণ)—মাটিৰ তলৰ পৰা ওপৰলৈ তপত পানী ওলোৱা ঘটনা।

লক্ষীপুৰত—বৰহাট; নগাওঁ জিলাত—চপা-নলা।

নগা পৰ্ব্বতত—নামবৰ, সৰু আৰু থৰা জুৰী আছে। গোলাঘাটৰ পৰা ১২ মাইল দূৰত গৰম পানী।

শ্ৰীহট্ট জিলাত—ফুলতলাৰ জুৰি বিখ্যাত।

### আসাম দেশৰ প্ৰধান প্ৰধান নদীবিলাকৰ পাৰত থকা নগৰৰ নাম—

(১) ব্ৰহ্মপুত্ৰৰ পাৰত—সদীয়া, ডিব্ৰুগড়, বিশ্ব-নাথ, তেজপুৰ, ৰঙ্গামাটি, গুৱাহাটি, পলাশ-

বাৰী, নগৰবেৰা, খোলাবান্ধা, দলগোমা, যোগীঘোপা, গোৱালপাড়া, বিলাসীপাড়া, ধুবুৰী।

(২) দিহিং নদীৰ পাৰত—মাৰ্ঘেৰিটা আৰু জয়-পুৰ।

(৩) ধনশিৰীৰ পাৰত—গোলাঘাট।

(৪) দিখৌ নদীৰ পাৰত—শিৱসাগৰ, নাজিৰা।

(৫) ডিচৈ বা ভোগদৈৰ পাৰত—যোৰহাট।

(৬) সোবনশিৰীৰ পাৰত—গৰমুৰ, উত্তৰ লক্ষী-পুৰ, গোগামুখ আৰু বেবেজীয়া।

(৭) চাৰিকৰীয়া নৈৰ পাৰত—ঢকুৱাখনা।

(৮) কলঙ্গৰ পাৰত—নগাওঁ, ৰহা, কলীয়াবৰ আৰু চাপৰমুখ।

(৯) চাউলখোৱাৰ পাৰত—বৰপেটা, মইনবৰী, বালিকুছি।

(১০) সুৰমা নদীৰ পাৰত—শ্ৰীহট্ট, সুনামগঞ্জ আৰু কাটিগড়া প্ৰভৃতি।

(১১) বৰাক নদীৰ পাৰত—শিলচৰ, হবিগঞ্জ, বাঁশকাদী আৰু দুৰ্গাপুৰ প্ৰভৃতি।

(১২) গদাধৰ নৈৰ পাৰত—গৌৰীপুৰ, প্ৰতাপগঞ্জ, খাগড়াবাৰী আৰু ৰূপ্সী প্ৰভৃতি।

(১৩) কৃষ্ণাই নদীৰ পাৰত—কৈলাসত্ৰ, দিৰমা প্ৰভৃতি।

———

# বাট-ৰাস্তা।

ৰেলৰ বাট—

(১) ডিব্রু-সদীয়া ৰেলওয়ে—ডিব্রুগড়ৰ জাহাজ-ঘাটৰে পৰা সদীয়ালৈকে চলিছে—বাটত ষ্টেচন এইবিলাক পায়। যেনে—জাহাজঘাট, ওৰ্কশপ, ডিব্রুগড়বাজাৰ, চাউলখোৱা, লাহোৱাল, ডিকম, চাবুৱা, পানীতোলা, তিনসুকিয়া, মাকুম জংশন, বৰহাপজান, হাঁহচৰা, ডুমডুমা, তালাপ, ডাঙ্গৰী, ছৈখোৱাঘাট।

তাৰে এক শাখা মাকুম জংশনৰে পৰা লিডু ষ্টেচনলৈকে গৈছে, বাটত এই কেইটা ষ্টেচন পায়। যেনে—মাকুম জংশন, টিংৰাই, দিগ্‌বই, পাওৰৈ, মাৰ্ঘেৰিটা, টিকক্ আৰু লিডু।

(২) আসাম বেঙ্গল ৰেলওয়ে—তিনসুকিয়াৰ পৰা গুৱাহাটীলৈক হৈছে—ষ্টেচনবিলাকৰ নাম; যেনে—তিনসুকিয়া, ইটাখুলী, বৰডুবী, নাহৰকটিয়া, নামৰূপ, বৰহাট, সাপেখাঁতী, ভজো, শফৰাই, লাকুৱা, শিৱসাগৰৰোড, নাজিৰা, নামতি আলি, আমগুৰি, চেলেং, নকছাৰী, মৰিয়নী, তিতাবৰ,

কমাৰবন্ধা আলি, ফৰকাটিং, ওৱাটিং, জামুগুৰী, বৰপথাৰ, বোকাজান, ডিমাপুৰ, ডিফলু, লামডিং, লঙ্কা, যমুনামুখ, কামপুৰ, চাপৰমুখ, ধৰমতুল, যাগীৰোড, খেত্ৰী, ডিগাৰু, পানীখাইটী আৰু গুৱাহাটী।

তাৰে এটা শাখা—লামডিঙ্গৰে পৰা কাছাড় জিলাৰ বদৰপুৰ ষ্টেচনলৈকে গৈছে, এই ফালেই কাছাড় আৰু বঙ্গলা দেশলৈকো যাব পাৰি।

(৩) যোৰহাট ষ্টেট্ ৰেলওয়ে—ককিলামুখ জাহাজঘাটৰে পৰা আসাম বেঙ্গল ৰেলৰ মৰিয়নী ষ্টেচনলৈকে গৈছে, বাটত এই কেইটা ষ্টেচন পায়, যেনে—ককিলামুখ, গোহাইগাওঁ, পটিয়াগাওঁ, বড়িগাওঁ, যোৰহাট, চেনিমৰা, মৰিয়নী।

তাৰে এক শাখা চেনিমৰাৰে পৰা আসাম বেঙ্গলৰ তিতাবৰ ষ্টেচনত লাগিছেগৈ। বাটত এই কেইটা ষ্টেচন পৰিছে ; যেনে—চেনিমৰা, ৰঙ্গাজান আৰু তিতাবৰ।

(৪) তেজপুৰ-বালীপাড়া ৰেলওয়ে—এই ৰেল তেজপুৰৰ পৰা বালীপাড়ালৈকে চলিছে, বাটত

এইবিলাক ষ্টেচন পায় ; যেনে—তেজপুৰ, ডেকাৰগাওঁ, বিন্দুগুৰি, চেঁচা, ঠাকুৰবাড়ী, ৰাঙ্গাপাড়া, বৰজুলি ও বালীপাড়া।

(৫) গুৱাহাটীৰ পৰা ধুবুৰীৰ ফালে গোলোকগঞ্জত লগাকৈ এখন ৰেল তৈয়াৰ হৈছে, তাত এইবিলাক ষ্টেচন পৰিছে। যেনে—গুৱাহাটী, আমীনগাওঁ, চাংসাৰী, বাইহাটা, ৰঙ্গীয়া, নলবাৰী, টিহু, সৰুপেটা, সৰভোগ, বিজ্‌নী, অভয়াপুৰী, বাসুগাওঁ, কোকোড়াঝাড়, ফকিৰাগ্ৰাম, চেঁচাপানী, টীপকাই, বাঁশবাড়ী আৰু গোলোকগঞ্জ।

(৬) ইষ্টাৰণ বেঙ্গল ষ্টেট্ ৰেলওয়ে—ধুবুৰীৰে পৰা ভাটীৰ ৰংপুৰ জিলাৰ মোগলহাটলৈকে চলিছে ; ধুবুৰী, গৌৰীপুৰ, বালীজান আৰু গোলোকগঞ্জ ; আসাম গৱৰ্ণমেণ্টৰ অধিকাৰৰ ভিতৰত এই কেইটা ষ্টেচন পৰিছে।

(৭) কোম্পানীগঞ্জ মাৰিয়াঘাটা ৰেলওয়ে—এই ৰেলো ছিলেট জিলাৰ কোম্পানীগঞ্জৰে পৰা ভাটীৰ মাৰিয়াঘাটা পৰ্য্যন্ত চলিছে।

সকলো ষ্টেচনতে ৰেলৰ টিকট কিনিবলৈ পায়।

ৰেল এবাৰ দহ মিনিট সময়ৰ আগেয়ে ষ্টেচনলৈ ৎগ টিকট কিনিবগৈ লাগে। ডিব্রু-সদীয়া ৰেলৰ টিকটৰ ধন মাইলেপতি দেৰ পয়চা, অন্যবিলাক ৰেলৰ মাইলেপতি এক পয়চা কৰি লয়।

## (খ) পানীবাট—জলপথ।

ডিব্রুগড়ৰে পৰা বঙ্গলা দেশৰ গোৱালনন্দলৈকে আসাম ডাক জাহাজ চলে তাৰে সদায় মানুহ আৰু ডাক অনা নিয়া কৰে, ডিব্রুগড়ৰে পৰা গোৱালন্দলৈকে এইবিলাক জাহাজ লগোৱা ষ্টেচন পায়; যেনে—ডিব্রুগড়*, ডিহিংমুখ, ডিচাংমুখ, দিখৌমুখ, কমলাবাড়ী, ককিলামুখ*, নেঘেৰীটিং, ধনশিৰীমুখ, গমিৰীঘাট, বিহালীমুখ, কাঠনীবাৰী, বিশ্বনাথ, শীলঘাট, তেজপুৰ*, সিংৰীঘাট, ৰঙ্গামাটিঘাট, গুৱাহাটী*, শোৱাঁলকুছি, পলাশবাৰী, খোলাবন্ধা, দলগোমা, গোৱালপাড়া, যোগী.ঘোপা, বিলাসীপাড়া, ধুবুৰীঘাট*, ধৰলামুখ, বৌমাৰী, চিলমাৰী, বাহাদুৰাবাদ, ফুলচাৰীঘাট, হৰগিলাচৰ, জুমাৰবাৰী, নিখিল, মদৰগঞ্জ*, জগন্নাথগঞ্জ*, আৰালিয়া, সিৰাজগঞ্জ,

বেলকুচি, পোড়াবাৰী স্থলচৰ, বেনানৈ*, আৰা-লিয়া, নগৰবাড়ী, আৰিছা আৰু গোৱালন্দ।

ইয়াৰ ভিতৰত * এই চিন দিয়া ষ্টেচনবিলাকত বহুত বেসিলৈকে জাহাজ ৰাখে; এই কেইটা প্ৰধান ষ্টেচন।

বাম বাট—স্থলপথ।

আসাম দেশত ঘাই বাট দুটা আছে। উত্তৰ ট্ৰঙ্কৰোড আৰু দক্ষিণ টঙ্কৰোড।

উত্তৰ ট্ৰঙ্কৰোড—এইটো বাট প্ৰায় ৪০০ মাইল দীঘল; লক্ষীপুৰ জিলাৰ পৰা ভাটীৰ ফালৰ জলপাইগুৰী জিলা-লৈকে গৈছে—এই বাটেদি গলে তলত লিখা ঠাইবিলাক পোৱা যায়। যেনে—

লক্ষীমপুৰ জিলাৰ ভিতৰত—খেৰকটিয়া, ঢকুৱাখনা, জালভাৰী, উত্তৰ লক্ষীপুৰ, বিহ-পুৰীয়া, নাৰায়ণপুৰ এইবিলাক।

দৰং জিলাৰ ভিতৰত—কলাবাৰী, গহপুৰ, হেলেম, বিহালী, তেজপুৰ, গাভৰু, ওৰাঙ্গ,

জালভাৰীৰ ৩ মাইল অন্তৰত সুপ্ৰসিদ্ধ বস্তুদেৱ স্থান আছে।

মঙ্গলদৈ, ছিপাঝাৰ আৰু কৰুয়া-
ঘাট এইবিলাক পাব পাৰি।

কামৰূপ জিলাৰ ভিতৰত—বৰনৈ, ৰঙ্গিয়া নলবাৰী,
ৰজালী, ভবানীপুৰ, কালঝাৰ আৰু
ৰহা পাব পাৰি।

গোৱালপাড়া জিলাৰ ভিতৰত—বিজনী, সিদলী,
দতমা, মইবামৰা, বাইমানা, হল্‌দি-
বাৰী এইবিলাক পাব পাৰি।

কিন্তু এই উত্তৰ পাৰৰ বাটে চলা-ফিৰা কৰা
কিছু কষ্টকৰ। ঠায়ে ঠায়ে বৰ হাবি আছে।

দক্ষিণ ট্ৰুঙ্কৰোড—এই ৰাস্তা সদীয়াৰে পৰা ধুবুৰী
পৰ্য্যন্ত গৈছে; বৰ সুগম বাট।
ই দীঘলে প্ৰায় ৫০০ মাইল।
এই বাটেদি গলে যি যি ঠাই
পোৱা যায়, তাৰ নাম তলত
দিয়া গ'ল। যেনে—

লক্ষীমপুৰ জিলাত—সদীয়া, চৈখোৱাঘাট, ডাঙ্গৰী,
ডুমডুমা, মাকুম, তিনসুকীয়া,
পানীতোলা, চাবুয়া, বগডোঙ্গা,

দিনজান, লাহোৱাল, ডিব্ৰুগড়, বৰবৰুৱা, লেপেট্‌কটা, চেঁচা আৰু ডিহিং।

শিৱসাগৰ জিলাত—খট্‌খটি, ৰাজমাই, শিৱসাগৰ, নামদাং, গৌৰীসাগৰ, ছাৰীং, জকাইচুক, জাঁজী, টিয়ক, কাকজান, দিহা, মেলেং, হাতীগড়, যোৰহাট, কাকডোঙ্গা, নেঘেৰিটিং, ৰঙ্গামাটি, বাহুলীপাৰ, কমাৰগাওঁ, বোকাখাট, কাজীৰঙ্গা আদি ঠাই।

নগাওঁ জিলাত—কুঠৰী, দেওপানী, জখলাবন্ধা, ৰঙ্গাগৰা, নগাওঁ, ৰহা আৰু ধৰমতুল আদি ঠাই।

কামৰূপ জিলাৰ ভিতৰত—নখোলা, সোণাপুৰ, গুৱাহাটি, ছয়গাঁও, পলাশবাৰী আৰু সিংৰা আদি ঠাই।

গোৱালপাড়া জিলাৰ ভিতৰত—ধূপধৰা, দৰংগিৰী, কৃষ্ণাই, আগিয়া, লক্ষ্মীপুৰ, জমা-

দাৰহাট, ফকিৰগঞ্জ আৰু গোৱাল-পাড়া এইবিলাক ঠাই পোৱা যায় ।

## ভাষা ।

গোৱালপাড়া, কাছাড়, ছিলেট এই কেইখন জিলাত বঙ্গলা ভাষা চলে, বাকী সকলো ঠাইতে অসমীয়া ভাষা চলে ।

আবৰ, মিৰি, ডফলা, চিংফৌ, খাম্‌তী, নগা, খাচিয়া আদিৰো বেলেগ ভাষা ।

## বিশেষ তীৰ্থস্থান ।

কামাখ্যা—গুৱাহাটীৰ পৰা দুই মাইল দক্ষিণত এই মহাপীঠ আছে, তালৈ দিনে ৰাতিয়ে অনেক যাত্ৰী অহা-যোৱা কৰে, নিত্য সেৱা পূজা চলে, এই মহাপীট অতি প্ৰাচীন কালৰে পৰা পৃথিবীত বিখ্যাত হৈ চলি আহিছে ।

পৰশুৰামকুণ্ড—সদীয়াৰ পৰা ৪।৫ দিনৰ বাট উজাই গলে এই তীৰ্থ পোৱা যায় । যামদগ্নী মুনিৰ

পুত্ৰ পৰশুৰাম গোসাঁয়ে মাতৃবধ পাপৰ পৰা মুক্ত হবৰ মনেৰে এই মহাতীৰ্থত স্নান কৰে; তাতে তেওঁ মহাপাপৰ পৰা মুক্ত হয়। পূৰ্ব্বে এই জল বন্ধ আছিল, তেওঁ কুঠাৰেৰে পাৰ কাটি বোৱাই দিলে; তেতিয়াৰে পৰা ব্ৰহ্মপুত্ৰ নদী হৈ বৈ আহিল। এই স্থানেই আসাম দেশৰ ঘাই নদী ব্ৰহ্মপুত্ৰৰ উৎপত্তি স্থান।



অন্ত।

# জাননী

তলত নাম দিয়া স্কুলপাঠ্য কিতাপবোৰ আমালৈ পত্র দিলে পাব পাৰিব।

| | | | |
|---|---|---|---|
| ১। | আসাম-ভূগোল | ... ... | ।০ |
| ২। | ভূগোল পাঠ | ... ... | ॥৩ |
| ৩। | ভূগোল সাৰ | ... ... | ।৵০ |
| ৪। | আদৰ্শ পাঠ প্ৰথম ভাগ | ... ... | /৩ |
| ৫। | ঐ দ্বিতীয় ভাগ | ... ... | /৩ |
| ৬। | বিশ্বব্ৰহ্মাণ্ড-ভূগোল | ... | ১ম ॥৩, ২য় ॥৵৩ |
| ৭। | আদৰ্শ ভূ-পৰিচয় | ... ... | ।৵০, ॥০ |
| ৮। | আসাম বুৰঞ্জী | ... ... | ১৷৷/০ |
| ৯। | আসাম বুৰঞ্জী পাঠ | ... ... | ॥৵৩ |
| ১০। | আসাম বুৰঞ্জী বোধ | ... ... | ৵৩ |
| ১১। | ভাৰত বুৰঞ্জী | ... | ১ম ৵৩, ২য় ৵৩ |
| ১২। | প্ৰবেশিকা ভাৰত বুৰঞ্জী | ... ... | ॥৵৩ |
| ১৩। | যাদৱ গণিত ১৷২৷৩৷৪ | ... | ।৩, ॥৩, ।৩, ১৷/০ |
| ১৪। | সম্পূৰ্ণ যাদৱ পাটীগণিত | ... ... | ১৵০ |
| ১৫। | পঢ়াশালীৰ পাটীগণিত | ... ... | ॥০ |
| ১৬। | সহজ ধাৰাপাত | ... ... | ৵০ |
| ১৭। | আদি গণনা ধাৰাপাত | ... ... | ৵০ |
| ১৮। | গণনা আদি পুথি | ... ... | ৵০ |

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য।

পোঃ বিহাবাৰি—ডিব্ৰুগড়।